# অভিলেখ

১৯১৭-১৯৭৭




অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন

যোৰহাট-৭৮৫০০১

# অভিলেখ

১৯১৭—১৯৭৭




সম্পাদনা

আব্দুছ ছাত্তাৰ

বসন্তকুমাৰ গোস্বামী

অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন

যোৰহাট

হীৰক জয়ন্তী প্ৰকাশন



# অভিলেখ

১৯১৭—১৯৭৭

অসম সাহিত্য সভা

২৬ ডিচেম্বৰ, ১৯৭৭

ABHILEKH : A collection of reports, documents etc. of the Asam Sahitya Sabha, Compiled and edited by Abdus Sattar M. A., General Secretary; Basanta Kumar Goswami M. A. Asstt Genaral Secretary, and published by Abdus Sattar, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan Jorhat, 26th Dec 1977.

Price Rs. 3·00



প্ৰকাশক :
আব্দুছ ছাত্তাৰ
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-৭৮৫০০১

প্ৰথম প্ৰকাশ, ২৬ ডিচেম্বৰ, ১৯৭৭
মূল্য : ৩·০০ টকা

ছপাশাল : পূৰ্বশ্ৰী প্ৰিণ্টাৰ্ছ, যোৰহাট ৭৮৫০০১

# আগ কথা

অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ উত্তৰাধিকাৰী অসম সাহিত্য সভাই আনুষ্ঠানিকভাৱে জন্মলাভ কৰা ২৬ ডিচেম্বৰ তাৰিখটো অসমৰ জাতীয় জীৱনৰ অতিশয় উল্লেখনীয় দিন। ১৯১৭ ছনৰ ২৬ ডিচেম্বৰৰ-পৰা নানা বিপদ-বিঘিনী মূৰ পাতি, যি কোনো প্ৰত্যাহ্বানৰ সন্মুখীন হৈ অসম সাহিত্য সভাই আজি ছটা দশক সম্পূৰ্ণ কৰিছে। অসম সাহিত্য সভা আজি মহাসভা, অসমৰ জাতীয় অনুষ্ঠানৰ প্ৰতীক। এই অনুষ্ঠানটিৰ জন্মলগ্নত জৰিত জাতীয়তাবাদী চিন্তানায়কসকলৰ এইয়া কৃতীত্ব।

সভাৰ জন্ম-লগ্নতে যুগুত কৰা নিয়মাৱলীৰ 'উদ্দেশ্য' আজিও বাস্তৱ হৈয়ে আছে। উদ্দেশ্য সাধনৰ বাবে কৰা প্ৰযত্নই সভাক জন-জীৱনৰ কাষ চপাই নিছে— সভা জনতামুখী হ'ল। অসমীয়া ভাষা, সাহিত্য, সংস্কৃতি, অৰ্থনীতি, সামাজিক আদি সৰ্বদিশৰ নেতৃত্ব বহন কৰি অসমক প্ৰতিষ্ঠা কৰাৰ দুৰ্বাৰ গতি আৰু অনিৰুদ্ধ শক্তিৰে সভা আজি গতিশীল। সভাৰ কৰ্মময় জীৱনৰ কেয়োটা দশকত অলসতাৰ অৱসাদ সমুলি নাই, কেতিয়াবা সামান্যভাৱে দেখা পালেও সেইয়া পৰিৱেশ প্ৰভাৱিত। সভাৰ সংগ্ৰামী অভিযানৰ পৃষ্ঠভূমিত আছে সমগ্ৰ অসম। সেয়েহে অসম সাহিত্য সভাক বাদ দি অসমৰ জাতীয় জীৱনৰ কথা কল্পনা কৰিব নোৱাৰি।

সাহিত্য সভাৰ আজিৰ সাফল্য অসমীয়া ৰাইজৰ সামূহিক শক্তিৰ সাফল্য। সাফল্যৰ পৰিচয় লিপিত অসমৰ সামূহিক শক্তিৰ বৰঙনি, জন্ম-বেদনাত আছে উনবিংশ শতিকাৰ প্ৰথম কেইদশকৰ শিক্ষিত অসমীয়া ডেকা। কাৰ্য-বিৱৰণি, প্ৰতিৱেদন, পুৰণি কাকত-পত্ৰৰ মাজত সিসকলৰ দুৰ্বাৰ কৰ্মশক্তিৰ স্বাক্ষৰ আছে। আজি পুৰণি নথিপত্ৰত সংৰক্ষিত সেই কৰ্মশক্তিৰ লগত পৰিচয় হোৱাৰ দিন।

অসম সাহিত্য সভাৰ পূৰ্ণাংগ বুৰঞ্জী এখন যুগুত কৰিবৰ কাৰণে ১৯৪৪ ছনতে প্ৰথম চেষ্টা কৰা হৈছিল। ১৯৫৪ ছনত তেতিয়াৰ প্ৰধান সম্পাদক কেশৱ নাৰায়ণ দত্তই **A brief history of the Association** নামৰ এখন সংকলন ইংৰাজীত যুগুত কৰি উলিয়াই। ১৯৫৬ ছনত তেতিয়াৰ সহকাৰী সম্পাদক শ্ৰীযতীন্দ্ৰনাথ গোস্বামীয়ে সংকলন কৰা টোকা, পূৰণি কাৰ্য-বিৱৰণি, বাতৰি কাকতৰ অংশ বিশেষ, **Annals of Asam Sahitya Sabha**, অসম সাহিত্য সভাৰ পঞ্চাশ বছৰ—আদিৰপৰা থাওকতে পোৱা সমল লৈ গ্ৰন্থখনি যুগুত কৰা হৈছে। প্ৰকৃততে হীৰক জয়ন্তী উপলক্ষে প্ৰকাশিত অসম সাহিত্য সভাৰ ৰূপলেখা, **Annals of Asam Sahitya Sabha**, শ্ৰীযতীন্দ্ৰনাথ গোস্বামীয়ে ভাষণাৱলীত যুগুত কৰা টোকা এই সকলোৰে পৰিপূৰক গ্ৰন্থ 'অভিলেখ'।

গ্ৰন্থখনিৰ নামকৰণৰ পৰিকল্পনা ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য আৰু প্ৰাক্তন প্ৰধান সম্পাদক অধ্যাপক নগেন শইকীয়াৰ। দুয়োলৈকে কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। অধ্যাপক নগেন শইকীয়াই নানা প্ৰকাৰৰ দিহা-পৰামৰ্শ দি সহায় কৰাৰ উপৰিও অসম সাহিত্য সভাৰ সকলো-খবৰ নখ-দৰ্পনত থকা প্ৰাক্তন প্ৰধান সম্পাদক, উপ-সভাপতি শ্ৰীযতীন্দ্ৰনাথ গোস্বামীয়ে ব্যস্ততাৰ মাজতো প্ৰয়োজন অনুসৰি সহায় কৰি দিছে। তেখেতলৈ সভাৰ হৈ কৃতজ্ঞতা জনাইছোঁ। থৰ-খেদাকৈ ছপাই উলিয়াব লগা হোৱাত দুই-এটি খুত ৰৈ গ'ল। তাৰ বাবে ক্ষমা বিচাৰিলোঁ।

পূৰ্বশ্ৰী প্ৰিণ্টাৰ্ছে অতি কম সময়ৰ ভিতৰত পুথিখনি ছপাই দিয়াত কৰ্মকৰ্তাসকললৈ ধন্যবাদ জনালোঁ।

যোৰহাট
২৬ ডিচেম্বৰ, ১৯৭৭

আব্দুছ ছাত্তাৰ
বসন্তকুমাৰ গোস্বামী

# সূচীপাত

# প্ৰস্তাৱনা

১৯১৭ চন।

অসমীয়া ভাষাৰ অস্তিত্ব আৰু মৰ্যাদা ৰক্ষাৰ কাৰণে সংগ্ৰাম কৰোঁতা-সকলৰ গাৰ ঘাম তেতিয়াও শুকোৱা নাই। বতাহৰ বুকত তেতিয়াও আছে আশংকাৰ ধিধিয়নি। এশ বছৰৰ পূৰ্বে আত্মাৰাম শৰ্মাই কৰা বাইবেলৰ অসমীয়া ভাঙনি শ্ৰীৰামপুৰত যি আখৰেৰে ছপা কৰা হৈছিল, সেই আখৰেই অসমীয়া আখৰৰূপে গৃহীত হৈছে। লিপিৰ জাতি-ধৰ্ম নাই। তথাপি যেন অসমীয়া লেখক-পাঠকৰ মনত অকথিত আশংকা —জানোচা নিজৰ অন্য কোনো আখৰেৰে নিজৰ ভাষাৰ সাহিত্য লেখাৰ আৰু ছপোৱাৰ দিহা নকৰাৰ কাৰণেও, অসমীয়াৰ নিজৰ আখৰ নাই বুলি কোনোবাই বেৰৰ সিপাৰে ফুচফুচায়! হেম গোসায়ে বাছি গোটাই যুগুতোৱা অসমীয়া সাহিত্যৰ চানেকি কলিকতা বিশ্ববিদ্যালয়ে প্ৰকাশ কৰি দিয়াৰ পাছতো যেন কোনোবা চকুচৰহাই নিজকে পতি-য়ন নিয়াবলৈ টান পাইছে। অসমীয়ায়ে ইমানবোৰ কাব্য, নাটক বুৰঞ্জী লেখিলে নে?

কেতিয়া লেখিলে?

ক'ত লেখিলে?

কোনে লেখিলে?

দেৱগঁঞা হেম বৰুৱাই অসমীয়া শব্দৰ আখৰ-জোঁটনি আৰু অৰ্থৰ কোষ ৰচনা কৰিলে, ব্যাকৰণেৰে ভাষাৰ গঢ়গতি সাঁচত ঢালিলে। অসমীয়া ভাষাক সিংহাসনত বহুৱালে।

কুৰি শতিকাৰ দ্বিতীয় দশক।

অসমীয়া ভাষাত সমূহীয়া সাধনাৰ ফলশ্ৰুতিৰ ক্ষেত্ৰ তেতিয়াও সফলভাৱে গঢ়ি উঠা নাই। সাহিত্য ৰচনা হৈ আছে গাইগুটিয়া শ্ৰম-চৰ্চাৰ বস্তু। অ'ত ত'ত বিধে বিধে বেলেগ বেলেগ ফুল ফুলিছে। কিন্তু সকলো ফুল একেঠাই কৰি কোনোৱে ফুলনি পতা নাই।

পৃথিবী জোৰা প্ৰথম মহাযুদ্ধৰ সামৰণি পৰো পৰো। তেতিয়াৰ অসমকো ৰণৰ বতাহে কোবাইছে। অসমৰ সাহিত্য আৰু সাহিত্যিককো ৰণৰ বা-মাৰলীয়ে চুইছে। লেখকৰ মনতো ৰণৰ তাপ।

সেই সময়তে—
অন্য এখন ৰণথলিত কেইজনমান অসমীয়া ৰণুৱাই অন্য এখন ৰণৰ কাৰণে আহিলা যুগুতোৱাৰ কামত হাত দিলে। যুঁজাৰু কেইজনমান, কিন্তু যুঁজাৰু কেইজনৰ চিন্তা অভুতপূৰ্ব—আয়োজন অনুষ্টুপীয়া, অস্ত্ৰ—কাপ, মহী তুলাপাত। মাথোন ৰণুৱাকেজনৰ মনত দেশপ্ৰেম আৰু ভাষাপ্ৰেমৰ জ্বলন্ত অগ্নিশিখা।

তেতিয়াও অসমৰ নিজৰ বিশ্ববিদ্যালয় হোৱা নাই। চালুকীয়া কলেজ এটাৰ আৰম্ভণী হোৱাবো সৰহ দিন হোৱা নাই। ছপাশালৰ বজাৰ কলিকতাত, অসমীয়া ডেকাহঁতে বিদ্যা আৰ্জন কৰিবলৈও কলিকতালৈ নগ'লে নহয়।

এই নতুন অভিযানৰ মূলধন—পুৰণি অসমীয়া সাহিত্যৰ মেটমৰা ভঁৰাল আৰু সমকালীন যুগৰ প্ৰত্যাহ্বানৰ প্ৰতি সঁহাৰি জনাই, নতুন অসমীয়া সাহিত্যৰ সৌধ গঢ়ি তোলাৰ সম্ভাৱনা। তাৰ কাৰণে অসমৰ ভাষা-সাহিত্যৰ সাধনাত ব্ৰতীসকলক একেখন মঞ্চলৈ আনি সমূহীয়া চিন্তাৰ আধাৰত এক নতুন শক্তিশালী যুগোপযোগী সাহিত্য সৃষ্টিৰ পৰিৱেশ ৰচনা কৰা।



এই প্ৰচেষ্টা আছিল দৃঢ়; কিন্তু বিনীত। উদ্যোক্তাসকল নিঃস্বাৰ্থ আৰু নিৰ্ভীক। এই উদ্যমৰ প্ৰতি সহাঁৰি আছিল সাহিত্যিকৰপৰা, সমাজৰ সজাগ শ্ৰেণীৰপৰা, তেতিয়াৰ অসমীয়া উদ্যোগপতিসকলৰপৰা আৰু ৰাইজৰপৰা।

এক নতুন সংকল্পই বাস্তৱত ৰূপ ল'লে। এটা নতুন অনুষ্ঠানৰ জন্ম হ'ব—আসাম সাহিত্য সম্মিলন নামেৰে। ১৯১৭ চনত, এতিয়াৰপৰা তিনিকুৰি বছৰৰ আগেয়ে এক শুভক্ষণত অংকুৰিত হ'ল এটা সম্ভাৱনা — নিশ্চিত পাথেয়, কিন্তু অনিশ্চিত পথক সম্বল কৰি লৈ।

প্ৰথম মহাসমৰ শেষ হ'ল। জাতীয় মুক্তি আন্দোলনে সৰ্বাত্মক ৰূপত আত্মপ্ৰকাশ কৰিলে। সংগ্ৰাম আৰু ত্যাগৰ এক নতুন অধ্যায়ৰ সূচনা হ'ল। অসমীয়া সাহিত্যত নতুন চেতনাৰ স্ফূৰ্ত অভিব্যক্তি হ'ল। ৰাজনৈতিক চেতনাই অসমীয়া সাহিত্যলৈ অভূতপূৰ্ব প্ৰাণ-চাঞ্চল্য আনিলে। সাহিত্য সভাই শক্তি আহৰণৰ নতুন মন্ত্ৰৰ নিশ্বাস ল'লে।

দ্বিতীয় বিশ্ব যুদ্ধৰ বিভিষীকা পৃথিৱী জুৰি বিয়পি পৰিল। মহাযুদ্ধৰ প্ৰথম বলি হ'ল শিল্প-সাহিত্য-সুকুমাৰ সৃজনী। তেতিয়া ছপাশালে সাহিত্য নছপায়। ছপায় যুদ্ধৰ প্ৰচাৰ-পত্ৰ। অসমীয়া আলোচনীৰ প্ৰকাশ বন্ধ হৈ গ'ল। সাহিত্য পুথিৰ মুদ্ৰণতকৈ মিলিটাৰীৰ কাকত ছপোৱাটো ছপাশালৰ প্ৰথম দায়িত্ব হ'ল। কলেজ, স্কুলৰ ঘৰ বাৰী, মিলিটাৰী চাউনি আৰু হস্পিটালত পৰিণত হ'ল। বৰ্তমানৰ অসম সাহিত্য সভা ভৱন (চন্দ্ৰকান্ত সন্দিকৈ হল) সৈন্যৰ বাসস্থান হ'ল। দৈত্যৰূপ ধৰি অহা সৰ্বগ্ৰাসী মৃত্যু আৰু ধ্বংসৰ বীভৎস হুংকাৰে বাণীৰ কোমল কণ্ঠক ৰুদ্ধ কৰি দিয়াৰ প্ৰয়াস পালে। বোমাৰু বিমানৰ ক্ৰুদ্ধ কোলাহলে স্তব্ধ কৰি দিলে সুকুমাৰ সৃজনীৰ ঐক্যতান।

কিন্তু অসমীয়া সাহিত্যৰ আৰু অসম সাহিত্য সভাৰ মৃত্যু নঘটিল।

তাৰ অন্তঃসলিলা প্ৰাণ স্পন্দনে প্ৰতীক্ষা কৰিলে এক নতুন প্ৰভাতৰ —যুদ্ধৰ জন্-জননি যেতিয়া মাৰ যাব আৰু যেতিয়া কবিকণ্ঠত পুনৰ শান্তি আৰু মুক্তিৰ নতুন বাণী স্বোচ্চাৰ হৈ উঠিব।

শেষ হ'ল দ্বিতীয় বিশ্ব যুদ্ধ।

আৰম্ভ হ'ল ভাৰতীয় মুক্তি আন্দোলনৰ অন্তিম সংগ্ৰাম। অসম সাহিত্য সভাৰ স্থবিৰ শৰীৰলৈ আহিল দুৰ্বাৰ গতি আৰু অনিৰুদ্ধ প্ৰাণচাঞ্চল্য।

আৰু ১৯৪৭ ছনৰ ১৫ আগষ্টত ভাৰতে যেতিয়া পৰাধীনতাৰ গ্লানি দলিয়াই পেলাই স্বাধীন মুক্ত ভাৰতৰূপে বিশ্বৰ সন্মুখত নিজৰ পৰিচয় তুলি ধৰিলে, তেতিয়া লগে লগে অসম সাহিত্য সভায়ো নতুন উন্মেষ, নতুন উন্মাদনা আৰু নতুন কৰ্মপ্ৰেৰণাৰে অসমৰ বৃহত্তম জাতীয় অনুষ্ঠানৰ পৰিচয়লিপিৰে নিজক পৰিচিত কৰিবলৈ আগবাঢ়ি আহিল। সাহিত্য সভাৰ এই সংগ্ৰামী অভিযানৰ সাফল্যৰ পথত মুক্ত বৰঙনি আগবঢ়ালে অসমৰ জনসাধাৰণে। অসম নিবাসী সদৌ ৰাইজে। অসমৰ ৰাইজে দায়িত্ব দিলে — অসম সাহিত্য সভাই দায়িত্ব ল'লে। ভাষা সাহিত্যৰ, জাতীয়তাৰ মৰ্যাদাক প্ৰতিক্ৰিয়াশীল শক্তিয়ে যিমানে আঘাত হানিলে, সেই আঘাত ওফৰাই পঠিয়াবলৈ অসমৰ ৰাইজে সিমানে সাহিত্য সভাক শক্তি-সাহসৰ যোগান ধৰিলে। জাতিৰ সমস্যাৰ মুখামুখি হৈ থিয় দিলে অসম সাহিত্য সভা আৰু অসম সাহিত্য সভাৰ পিছফালে দুৰ্বাৰ শিলাপ্ৰাচীৰ হৈ থিয় দিলে অসমৰ ৰাইজ।

অসম সাহিত্য সভাৰ বাণী হ'ল অসমৰ ৰাইজৰ প্ৰাণৰ বাণী। অসম সাহিত্য সভাৰ সংগ্ৰাম হ'ল অসমৰ ৰাইজৰ সংগ্ৰাম। ৰাজ্য পুনৰ গঠনৰ বেমেজালীয়া পৰিস্থিতিত, অসমীয়া ভাষাক ৰাজ্যিক স্বীকৃতিৰ [illegible] কৰাৰ আন্দোলনৰ সময়ত, অসমীয়া ভাষাক বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম কৰিবৰ কাৰণে কৰা সংগ্ৰামৰ সময়ত অসম সাহিত্য সভাই যি নিৰ্ভীক,



অদমনীয়, অনমনীয়, অবিচল নেতৃত্ব দিলে, আৰু সেই নেতৃত্বৰ প্ৰতি কুণ্ঠাহীন সহাঁৰি জনাই অসমৰ ৰাইজে যি মৰণপণ সংগ্ৰাম কৰিলে, তাৰ ইতিহাস সোণৰ মহীৰে নহয়, অসমীয়া ডেকাহঁতৰ বুকুৰ ৰঙা তেজেৰে লেখা হৈ গ'ল অসম মাতৃৰ বুকত। ৰঞ্জিত আৰু মোজাম্মিলৰ ধূলিত মিহলি হোৱা তেজৰ কণাল অসমীয়া জাতিৰ আত্ম-চেতনাৰ আৰু ভাষাপ্ৰেমৰ অক্ষয় স্বাক্ষৰ হ'ল। এই ডেকাহঁতৰ আত্মাহুতিৰ নিশ্বাস অসম সাহিত্য সভাৰ পতাকাত আজিও লাগি আছে। অসমীয়া ভাষা সাহিত্যৰ ইতিহাস ৰক্ত-ৰঞ্জিত ইতিহাস। অসম সাহিত্য সভাৰ ইতিহাস নিৰ্বিৰোধ প্ৰসাৰ আৰু অগ্ৰগতিৰ ইতিহাস নহয়; সংগ্ৰাম আৰু শংকাৰ, ধৈৰ্য আৰু ত্যাগৰ, দৃঢ়তা আৰু ঐকান্তিকতাৰ এক দীঘল ইতিহাস। নানা দুৰ্যোগ দুঃসময়ৰ বাধা আৰু অনিশ্চয়তাৰ আঘাত আক্ৰমণৰ প্ৰাচীৰ অতিক্ৰম কৰি অসম সাহিত্য সভা আজি জীৱন্ত, শক্তিমতী, দুৰ্জেয়।

অসমীয়া জাতি আজি জীৱন্ত।

অসমীয়া জাতিৰ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাও আজি প্ৰাণপ্ৰাচুৰ্যৰে উচ্ছল আৰু জীৱন্ত। অসম সাহিত্য সভা আজি যি কোনো প্ৰত্যাহ্বানৰ সন্মুখীন হ'বলৈ প্ৰস্তুত। কাৰণ অসমীয়া জাতিও আজি যি কোনো প্ৰত্যাহ্বানৰ সন্মুখীন হ'বলৈ পিছপৰা নহয়। আজিৰ অসমীয়া সাহিত্যত যি নতুনত্ব, যি সৃজনী প্ৰতিভাৰ, যি সন্ধানৰ বিৰামহীন অভিযান চলিছে— সেয়া অসমীয়া জাতিৰ মনৰ জগতৰে প্ৰতিফলন।

তিনিকুৰি বছৰৰ ধুমুহা-ঢেৰেকনি, হতাশা, নিৰাশাই, ব্যৰ্থতা আৰু বেদনাই অসম সাহিত্য সভাক বুঢ়া কৰিব পৰা নাই, নতুন নতুন যৌৱনৰ উন্মাদনাৰে ডেকাহে কৰিছে।

হীৰক জয়ন্তীৰ এই পূত মুহূৰ্তত আমি অসমীয়া ভাষা সাহিত্য আৰু

অসম সাহিত্য সভাৰ সেৱক আৰু নিৰ্মাতাসকলক, স্মৰণীয় সকলক শ্ৰদ্ধাৰে স্মৰণ কৰিছোঁ, বৰণীয় সকলক বৰণ কৰিছোঁ। যি অসমীয়া ৰাইজে প্ৰাণশক্তি জগাই অসম সাহিত্য সভাক তিনিকুৰি বছৰ বিচিত্ৰ সমৃদ্ধিৰে আয়ুস্মতী কৰি তুলিছে, সেইসকললৈ অসম সাহিত্য সভাই প্ৰণাম যাচিছে।

যি সকল সাধকৰ সৃজনী প্ৰতিভাই অসমীয়া ভাষা সাহিত্যৰ কৰনীক সোণ-ৰূপ-হীৰা-মুকুতাৰে ওপচাই পেলাইছে, সেইসকলৰ কাৰণে আছে জাতিৰ গভীৰ শ্ৰদ্ধা।

অসম সাহিত্য সভাৰ হীৰক জয়ন্তী কেৱল সোণঁৱণীৰ উছৱ নহয়, নতুন প্ৰেৰণা আৰু সংকল্প গ্ৰহণৰ উছৱ। হীৰক জয়ন্তীয়ে অসমীয়া সাহিত্যৰ সাতৰৰণীয়া পোহৰেৰে জাতিৰ আৰু দেশৰ মুখ উজ্জ্বলাই তোলক।

অসম সাহিত্য সভাৰ জন্মলগ্নক আমি অতি শ্ৰদ্ধাৰে নমস্কাৰ জনাইছোঁ। সাহিত্য সভাৰ যোৱা তিনিকুৰি বছৰৰ সংগ্ৰামক আমি শ্ৰদ্ধা জনাইছোঁ; আৰু অনাগত দিনৰ বুকুত অসম সাহিত্য সভাই নতুন ভূমিকা লৈ যি ইতিহাস ৰচনা কৰিবৰ প্ৰতিশ্ৰুতি আগবঢ়াইছে তাক আমি স্বাগত জনাইছোঁ।

অসম সাহিত্য সভা অমৰ প্ৰেৰণাৰ উৎস হওক, অসমীয়া সমূহ ৰাইজৰ মিলনৰ থলী হওক— আজি আমি তাকেই আশা কৰিছোঁ।

চৈয়দ আব্দুল মালিক

---

## জন্ম লগ্ন

আজি কিছুমান বছৰৰপৰা শিক্ষিত সমাজৰ মাজত এখন সাহিত্য সম্মিলন হ'ব লাগে এনে এটা আকাংক্ষা জাগৰুক হৈছিল। এই আকাংক্ষা দুটা-এটা চেষ্টাত প্ৰকাশো হৈ পৰিছিল। প্ৰথমে ১৯১৫ ইংৰাজী চনৰ······ জুলাই তাৰিখে এখন ডাঙৰ সাহিত্য সভা যোৰহাটৰ বিষ্ণুৰাম হলত হয়। এই সময়ত আসাম উপত্যকাৰ প্ৰজাহিতৈষী কমিছনাৰ মাননীয় কৰ্ণেল গৰ্ডন চাহাব বাহাদুৰৰ চেষ্টাত যোৰহাটত আসামৰ শিল্পৰ উন্নতিৰ কাৰণে এখন সভা হৈছিল। এই সভাত আসাম উপত্যকাৰ চৰকাৰী চাকৰি নকৰা প্ৰায় আটাইখিনি ভাল মানুহ গোট খাইছিল। এই সুযোগকে লৈ যোৰহাট সাহিত্য সভাৰ গৰাকী-সকলে তেতিয়া যোৰহাটত উপস্থিত আটাইবিলাক ভদ্ৰলোকক নিমন্ত্ৰণ কৰি এখন ডাঙৰ সাহিত্য সভা পাতে। এই সভাৰ সভাপতি আছিল মাননীয় ৰায় ফণীধৰ চলিহা বাহাদুৰ; আৰু ইয়াত অনাৰেবল মজিদ চাহাবে আৰু ৰায় চাহাব পদ্মনাথ গোহাঞিবৰুৱাই এটি অতি শুৱলা দীঘল বক্তৃতা দিছিল; আৰু শ্ৰীযুত দুৰ্গেশ্বৰ শৰ্মা, শ্ৰীযুক্ত ঘনকান্ত বৰুৱা আৰু শ্ৰীযুক্ত মোক্ষনাথ ফুকন এখেতসকলে প্ৰত্যেকে একোটা প্ৰবন্ধ পঢ়িছিল।

এই বছৰৰে ডিচেম্বৰ মাহত ডিব্ৰুগড়ত আসাম কনফাৰেন্স বহে। কনফাৰেন্স শেষ হোৱাত কনফাৰেন্সৰ গৰাকীসকলৰ আয়োজনত ৩০ ডিচেম্বৰ তাৰিখে ডিব্ৰুগড়তো এখন ডাঙৰ সাহিত্য সভা বহে। এই সভাত মাননীয় শ্ৰীযুক্ত ফনীধৰ চলিহা ডাঙৰীয়াই সভাপতিৰ আসন

লৈছিল। শ্ৰীযুক্ত সত্যনাথ বৰা ডাঙৰীয়াই এটা সুন্দৰ দীঘল বক্তৃতা দিছিল আৰু শ্ৰীযুক্ত বেণুধৰ ৰাজখোৱা, শ্ৰীযুক্ত পদ্মনাথ গোহাঞিবৰুৱা শ্ৰীযুক্ত মৌলবী তফজুল হুচেইন হাজৰিকা আৰু শ্ৰীযুক্ত দুৰ্গানাথ চাংকাকতী আদিয়ে একোটা বক্তৃতা দিছিল।

ইয়াৰ পাছত গুৱাহাটীৰপৰা শ্ৰীযুক্ত দুৰ্গানাথ শৰ্মা, শ্ৰীযুক্ত চন্দ্ৰনাথ শৰ্মা আৰু শ্ৰীযুক্ত গৌৰীকান্ত তালুকদাৰ প্ৰভৃতি কেইগৰাকীমান ডেকাই গোটখাই অসম সাহিত্য সম্মিলন এখন হ'ব লাগে বুলি চেষ্টা কৰিছিল।

অৱশেষত শিৱসাগৰৰ কিছুমান ভদ্ৰলোকে অসম কনফাৰেন্সৰ সময়তে অসমৰ অনেক লোক গোটখোৱা সুবিধাটোকে লৈ শিৱসাগৰত সাহিত্য সম্মিলন এটি পাতিবলৈ মন কৰে, আৰু এই উদ্দেশ্যে অসমীয়া সাহিত্যৰ চৰ্চা কৰা সকলো লোককে নিমন্ত্ৰণ কৰে। ডিচেম্বৰৰ ২৬ আৰু ২৭ তাৰিখে শিৱসাগৰত এই সম্মিলন বহে।*

শ্ৰীশৰৎচন্দ্ৰ গোস্বামী
অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক

* শৰৎচন্দ্ৰ গোস্বামীয়ে যুগুত কৰা প্ৰতিবেদনৰপৰা সংগ্ৰহ কৰা হৈছে।

## আসাম সাহিত্য সম্মিলনৰ

### কাৰ্য-বিৱৰণি

শিৱসাগৰ : ২৬ আৰু ২৭ ডিচেম্বৰ, ১৯১৭ চন

আসামত সাহিত্য সভা এখনি স্থাপন কৰিবৰ কাৰণে ১৯১৭ চনৰ ২৮ চেপ্তেম্বৰ তাৰিখে শিৱসাগৰৰ ক্লব-ঘৰত শ্ৰীযুত তাৰাপ্ৰসাদ চলিহা বাৰিষ্টাৰ ডাঙৰীয়াক সভাপতি পাতি এখনি সভা পতা হয়। তাত ১৯১৭ চনৰ ডিচেম্বৰ মাহত আসামৰ শিক্ষিত আৰু সাহিত্যানুৰাগী পুৰুষসকলক নিমন্ত্ৰণ কৰি এখনি "সদৌ আসাম সাহিত্য সভা" গঠন কৰিবৰ প্ৰস্তাৱ কৰা হয় আৰু সেই উদ্দেশ্যে হোৱা সম্মিলনীত শ্ৰদ্ধাস্পদ ৰায় চাহাব শ্ৰীযুত পদ্মনাথ গোহাঞিবৰুৱা ডাঙৰীয়াক সভাপতি বৰণ কৰা হয়।

সেই অনুসাৰে ১৯১৭ চনৰ ২৬ ডিচেম্বৰ তাৰিখে শিৱসাগৰৰ আসাম কনফাৰেন্সৰ সভা ঘৰতে সদৌ আসাম সাহিত্য সম্মিলনী বহিছিল। ঠিক এক বজাত সভাৰ কাৰ্য আৰম্ভ হৈছিল। শ্ৰীযুক্ত লক্ষ্মীকান্ত বৰুৱাদেৱৰ ৰচিত গান এটিৰে সভাৰ কাৰ্য আৰম্ভ কৰাৰ পাছত অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰীযুত গুঞ্জানন বৰুৱা ডাঙৰীয়াই সভাৰ উদ্দেশ্য বুজাই দিয়াত অনাৰেবল ৰায় ফণীধৰ চলিহাৰ প্ৰস্তাৱ মতে আৰু শ্ৰীযুত হৰেশচন্দ্ৰ ৰাজখোৱা আৰু শ্ৰীযুত দেৱেশ্বৰ চলিহা ডাঙৰীয়াৰ সমৰ্থন মতে ৰায় চাহাব শ্ৰীযুক্ত পদ্মনাথ গোহাঞিবৰুৱা ডাঙৰীযাই সভাপতিৰ আসন গ্ৰহণ কৰে।

* * * * *

সভাত ৭০০/৮০০ মানুহ গোট খাইছিল। এই বক্তৃতা (সভাপতিৰ ভাষণ) শেষ হোৱাৰ পাছত ৰচনা পাঠ আৰম্ভ হয়। প্ৰথমে নগাঁও নিবাসী

মৌলবী মোছ্‌লেহউদ্দিন আহমদৰ "অসমীয়া সাহিত্য আৰু মুছলমান" বিষয়ক ৰচনা পাঠ কৰা হয়। তাৰ পাছত গুৱাহাটীৰ বিপিনবিহাৰী বৰা ডাঙৰীয়াৰ "গোবৰ-ৰহস্য" বিষয়ক দীঘল অথচ ৰসপূৰ্ণ ৰচনাই সভাক অতিকৈ আমোদ দিলে। তাৰ পাছত শ্ৰীযুক্ত শৰৎ চন্দ্ৰ গোস্বামী ডাঙৰীয়াৰ "কীৰ্তনৰ সাহিত্য সৌষ্ঠৱ" শীৰ্ষক ৰচনাৰ এক খণ্ড পাঠ কৰা হয় আৰু শেহান্তৰত শ্ৰীযুক্ত ৰত্নকান্ত বৰকাকতীৰ "অসমীয়া ভাষা" বিষয়ক প্ৰবন্ধ পঢ়িবলৈ সময়ৰ নাটনি হোৱাত তাৰ এভাগ পঢ়াৰ পাছত বাকীভাগ পঠিত বুলি গণ্য কৰা হ'ল। তাৰ পাছত শ্ৰীযুত তাৰাপ্ৰসাদ চলিহা ডাঙৰীয়াৰ প্ৰস্তাৱ আৰু শ্ৰীযুত বংশীভূষণ বৰুৱাৰ সমৰ্থন মতে তলত লিখা ভদ্ৰলোকসকলক বিষয়-নিৰ্বাচনী সভাৰ সভ্য নিযুক্ত কৰা হ'ল। সভাপতি ডাঙৰীয়া, অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঙৰীয়া, শ্ৰীযুত শৰৎ চন্দ্ৰ গোস্বামী, শ্ৰীযুত হৰিকৃষ্ণ দাস, শ্ৰীযুত কুলধৰ চলিহা, শ্ৰীযুত দেৱেশ্বৰ শৰ্মা, শ্ৰীযুত শিৱনাথ ভট্টাচাৰ্য, শ্ৰীযুত মহাদেৱ শৰ্মা, শ্ৰীযুত চন্দ্ৰনাথ শৰ্মা, মৌলবী মিন্নৰ আলি, মৌলবী মোছ্‌লেহউদ্দিন আহমদ, শ্ৰীযুত লক্ষ্মীকান্ত বৰুৱা, শ্ৰীযুত সিদ্ধেশ্বৰ গোঁহাই, শ্ৰীযুত দেৱেশ্বৰ চলিহা, শ্ৰীযুত লোহিতচন্দ্ৰ ভূঞা।

* * *

লেখক
স্বাঃ শ্ৰীসিদ্ধেশ্বৰ গোঁহাই
অভ্যৰ্থনা সমিতিৰ সভ্য

স্বাঃ শ্ৰীগুঞ্জানন বৰুৱা,
অভ্যৰ্থনা সভাৰ সভাপতি
স্বাক্ষৰ ঃ শ্ৰীলক্ষ্মীকান্ত বৰুৱা,
অভ্যৰ্থনা সমিতিৰ সম্পাদক

## প্ৰথম কাৰ্য-নিৰ্বাহক সমিতি

২৬ ডিচেম্বৰ, ১৯১৭ চন

সভাপতি ঃ পদ্মনাথ গোহাঞিবৰুৱা,
প্ৰধান সম্পাদক ঃ শৰৎচন্দ্ৰ গোস্বামী,
সহকাৰী সম্পাদক ঃ দেৱেশ্বৰ শৰ্মা,

সদস্য ঃ

মংগলদৈ ঃ তাৰানাথ চক্ৰৱৰ্তী, ৰমনীকান্ত বৰুৱা,
তেজপুৰ ঃ পদ্মনাথ গোহাঞিবৰুৱা, মহাদেৱ শৰ্মা,
লক্ষীমপুৰ ঃ ৰোহিতাশ্ব দাস, ডম্বৰুধৰ গগৈ,
শদিয়া ঃ মেদেলাৰাম দাস, গিৰীশচন্দ্ৰ ৰায়চৌধুৰী,
ডিব্ৰুগড় ঃ হৰিকৃষ্ণ দাস, নীলমণি ফুকন, মৌঃ মফিজুদ্দিন আহমদ হাজৰিকা,
শিৱসাগৰ ঃ গুঞ্জানন বৰুৱা, লক্ষ্মীকান্ত বৰুৱা, সিদ্ধেশ্বৰ গোঁহাই।
যোৰহাট ঃ দেৱেশ্বৰ চলিহা, কুলধৰ চলিহা, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, পূৰ্ণানন্দ শৰ্মা, মৌঃ জেহিৰুদ্দিন আহমদ,
গোলাঘাট ঃ শ্ৰীনাথ বেজবৰুৱা, কালিৰাম দত্ত,
কহিমা ঃ চন্দ্ৰকুমাৰ বৰুৱা, সীতানাথ বৰবৰা,
নগাঁও ঃ ৰত্নকান্ত বৰকাকতী, মৌঃ মোছলেহউদ্দিন আহমদ,
চিলং ঃ কমলাকান্ত বৰুৱা, সিংহদত্ত গোস্বামী,
গুৱাহাটী ঃ সত্যনাথ বৰা, চন্দ্ৰনাথ শৰ্মা, মৌঃ আজিজৰ ৰহমান।
বৰপেটা ঃ কমলকান্ত দাস, অম্বিকা ৰায়চৌধাৰী,
গোৱালপাৰা ঃ কমলেশ্বৰ নাথ, দুৰ্গেশ্বৰ শৰ্মা, মৌঃ চফিয়ৰ ৰহমান,
ধুবুৰী ঃ অমৃতভূষণ অধিকাৰী, প্ৰমথনাথ চক্ৰৱৰ্তী, কীৰ্তিনাথ বৰদলৈ,
প্ৰবাসী ঃ লক্ষ্মীনাথ বেজবৰুৱা, লোহিতচন্দ্ৰ ভূঞা, ৰাধানাথ ফুকন।

## কাৰ্য-নিৰ্বাহক সমিতিৰ প্ৰথম অধিৱেশনৰ কাৰ্য-বিৱৰণি

আসাম সাহিত্য সভাৰ কাৰ্য-নিৰ্বাহক সভাৰ অধিৱেশন।
সময় ঃ ২০-২-১৯১৮, গধূলি ৭½ বজাত।
ঠাই ঃ শ্ৰীযুত কুলধৰ চলিহাৰ ঘৰ।
উপস্থিত : শ্ৰীযুত কুলধৰ চলিহা,
„ দেৱেশ্বৰ চলিহা,
„ ইন্দ্ৰেশ্বৰ বৰঠাকুৰ,
„ পূৰ্ণানন্দ শৰ্মা ( লোকৰদ্বাৰা by proxy )
সম্পাদক, আৰু সহকাৰী সম্পাদক।

(১)

আসাম সাহিত্য সভাৰ নিয়মাৱলী আৰু শিৱসাগৰত বহা অধিৱেশনৰ কাৰ্য-বিৱৰণি ছপা কৰিবলৈ আৰু ছপাৰ খৰছ সভাৰপৰা নিৰ্বাহ কৰিবলৈ সম্পাদকক ক্ষমতা দিয়া হ'ল।

—সৰ্বসম্মতিক্ৰমে গৃহীত

(২)

সভাৰ সম্বন্ধে পোৱা টকা স্বীকাৰ কৰিবৰ নিমিত্তে ১০০০ (এক হাজাৰ) ৰচিদ ছপা কৰিবলৈ আৰু ছপাৰ খৰছ সভাৰপৰা নিৰ্বাহ কৰিবলৈ সম্পাদকক ক্ষমতা দিয়া হ'ল।

—সৰ্বসম্মতিক্ৰমে গৃহীত

(৩)

ৰেভাৰেণ্ড এছ অ' দি বগ্‌ছ্‌, আৰু ৰেভাৰেণ্ড চি, এইছ, টিলদেন্‌ চাহাবক এই সভাৰ সভ্য কৰি লোৱা হক।
প্ৰস্তাৱক ঃ শ্ৰীযুত ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, সমৰ্থক ঃ শ্ৰীযুত দেৱেশ্বৰ চলিহা
আৰু সৰ্বসম্মতিক্ৰমে গৃহীত।

শ্ৰীদেৱেশ্বৰ শৰ্মা,
সহকাৰী সম্পাদক
২০-২-১৯১৮



### শাখা সভা

কাৰ্য-নিৰ্বাহক সমিতিৰ দ্বিতীয় অধিৱেশনে ( ২৫-৪-১৯১৮ ) যোৰহাট সাহিত্য সভাক শাখা-সভাৰূপে স্বীকৃতি দিয়ে। এই বছৰতে গুৱাহাটীৰ অ. ভা. উ. সা. সভা (৮-৬-১৯১৮) তেজপুৰৰ, অ. ভা. উ. সা. সভা (১-৮-১৯১৮) নগাঁৱৰ অ. ভা. উ. সা. সভা ( ১৩-৯-১৯১৮ ), উত্তৰ লক্ষীমপুৰ সাহিত্য সভা ( ১৩-৯-১৯১৮ ), নাজিৰা সাহিত্য সভা ( ১৩-৯-১৮ ), নলবাৰী সাহিত্য সভা ( ১৩-৯-১৯১৮ ), শিৱসাগৰ সাহিত্য সভা ( ১৩-৯-১৯১৮ ), গৌৰীপুৰ সাহিত্য সভা ( ২৬-৯-১৮ ), গোলাঘাট সাহিত্য সভা ( ২৬-৯-১৮ ) আৰু মংগলদৈ সাহিত্য সভাক ( ২৬-৯-১৮ ) শাখা-সভাৰূপে আৰু শিৱসাগৰৰ বিমলালয় সভা আৰু ডিব্ৰুগড় সাহিত্য সভাক স্বীকৃত সভাস্বৰূপে স্বীকৃতি দিয়া হয়। ১৯২১ চনলৈকে মুঠ ১৬খন শাখা সাহিত্য সভা গঠন হয়। ইয়াৰ উপৰিও গুৱাহাটী অ. ভা উ. সা. সভাৰ সভ্য ৮৭ জন, যোৰহাট সাহিত্য সভাৰ ৬৬ জন, শিৱসাগৰ সাহিত্য সভাৰ ৪৭ জন সভ্য, বৰ্তমান সভাৰ শাখা-সভা ৪৯৫ খন।

### প্ৰথম নিয়মাৱলী

#### আসাম সাহিত্য সভাৰ নিয়মাৱলী

(ক) নাম

১। এই সভাৰ নাম হ'ব "আসাম সাহিত্য সভা"।

(খ) উদ্দেশ্য

২। অসমীয়া ভাষা আৰু সাহিত্যৰ সৰ্বাংগীন উন্নতি কৰাই এই সভাৰ উদ্দেশ্য।
৩। ৰাজনৈতিক বিষয়ত এই সভাই হাত নিদিয়ে।

৪। অসমীয়া সাহিত্যৰ উন্নতিৰ অৰ্থে সভাই তলত দিয়া মতে বিশেষ কাৰ্য কৰিবলৈ যত্নপৰ হ'ব।

(ক) অভিধান আৰু ব্যাকৰণৰ সংস্কৰণ, (খ) প্ৰাচীন সাহিত্যৰ অনুসন্ধান (গ) আমাৰ সাহিত্যত যি যি বিষয়ৰ পুথিৰ অভাৱ সেই সেই বিষয়ত পুথি লিখাৰ চেষ্টা, (ঘ) অৱস্থাহীন সাহিত্যিকৰ সদগ্ৰন্থ প্ৰকাশ, (ঙ) নিভাঁজ পুৰণি অসমীয়া সুৰৰ ৰেকৰ্ড (গ্ৰামোফন) প্ৰস্তুত, (চ) সংগীত আৰু চিত্ৰবিদ্যা শিক্ষাৰ অৰ্থে বৃত্তি দান, (ছ) সভাৰ মুখ-পত্ৰ এখন প্ৰকাশ, (জ) সাহিত্য উন্নতিৰ অৰ্থে আন কোনো প্ৰকাৰ যত্ন। ইয়াৰ লগত সভাৰ গঠন, কাৰ্য-নিৰ্বাহক সভা, শাখা-সভা, স্বীকৃত সভা, বাৰ্ষিক সাহিত্য সন্মিলন, অভ্যৰ্থনা সভা, বিষয়-বাছনি সভা, সন্মিলনৰ সভাপতি, সন্মিলনৰ কাৰণে প্ৰবন্ধ আদি, টকা-কড়ি, নিয়ম পৰিবৰ্তন— এইকেইটা ছেদ নিয়মাৱলীৰ অন্তৰ্ভুক্ত হ'য়। গোৱাল-পাৰাত অনুষ্ঠিত দ্বিতীয় অধিৱেশনত ১৩ টা সংশোধনী গ্ৰহণ কৰা হয়।

## আয় ব্যয়

১৯১৮ ছনৰ ডিচেম্বৰ মাহত গোৱালপাৰাত অনুষ্ঠিত সভাৰ বাৰ্ষিক অধিৱেশনত পঠিত আৰু গৃহীত সম্পাদকীয় প্ৰতিৱেদনৰপৰা জনা যায় যে সভাৰ মুঠ আয় ১৬২৮৬ পাই আৰু ব্যয় ১০৮, ৩ পাই দ্বিতীয় দিনাৰ অধিৱেশনত পদ্মনাথ গোহাঞিবৰুৱাৰ হৃদয়গ্ৰাহী বক্তৃতাত অনুপ্ৰেৰণা পাই সভাস্থলীতে ২২৪২ টকাৰ চহী আৰু নগদ ৬৪৭ টকা আদায় হয়। প্ৰস্তাৱক গোহাঞিবৰুৱাই ১০০ টকা আৰু সমৰ্থক কুলধৰ চলিহাই ৫০ টকা আগবঢ়ায়।

১৯৭৬-৭৭ ছনত সভাৰ আয় ৪,৫৭,৫৭৬'৫৯ টকা আৰু ব্যয় ৪,৪৮,৩৭০'০০ টকা বৰ্তমান বছৰত সভাই প্ৰায় চাৰে দহ লাখ টকাৰ বাজেত গ্ৰহণ কৰিছে।



### কৰ্মচাৰীৰ দৰমহা

২৬-৯-১৯১৮ তাৰিখৰ কাৰ্য-নিৰ্বাহকৰ সিদ্ধান্ত মতে মুঠ ২০ টকা বেতনত অক্টোবৰ, নবেম্বৰ আৰু ডিচেম্বৰ—এই তিনিমাহৰ কাৰণে এজন কাৰ্যলয় সহকাৰী নিয়োগ কৰা হৈছিল। ইয়াৰ পাছত ১৮-২-৯১৯ তাৰিখৰ কাৰ্যনি-ৰ্বাহকত নিয়মীয়াকৈ কাৰ্যালয় চলাবৰ কাৰণে মাহে দহ টকাৰ বেতনত এজন কাৰ্যালয় সহকাৰী নিয়োগ কৰিবলৈ সিদ্ধান্ত কৰে। সেই অধিৱে-শনতেই ধন ভঁৰালৰ অৱৰক্ষণ সমিতিৰ নিয়মাৱলী যুগুত কৰাৰ কথা চিন্তা কৰে।

### প্ৰস্তাৱ

অসম সাহিত্য সভাৰ প্ৰথম বছৰত সভাৰ শ্ৰীবৃদ্ধি কৰিবৰ কাৰণে সংগঠনৰ ওপৰত অধিক গুৰুত্ব দিছিল; সেয়ে প্ৰথম বছৰত গ্ৰহণ কৰা প্ৰস্তাৱসমূহ ঘাইকৈ সভাৰ সাংগঠনিক দিশটো গঢ় দি তোলাৰ চেষ্টাহে। দ্বিতীয় বছৰ গোৱালপাৰাৰ বাৰ্ষিক অধিৱেশনত গ্ৰহণ কৰা দুটা প্ৰস্তাৱ আৰু তাৰ কাৰ্যকৰী কৰাৰ ব্যৱস্থা হুবহু উদ্ধৃত কৰা হ'ল।

৬ষ্ঠ প্ৰস্তাৱ: কটন কলেজত অসমীয়া শিক্ষাদানৰ লগে লগে অসমীয়া পুৰণি সাহিত্যৰ লুপ্ত ৰত্নবিলাক উদ্ধাৰ কৰিবৰ নিমিত্তে সেই কলেজত এজন অসমীয়া ভাষাৰ স্থায়ী অধ্যাপক নিযুক্ত কৰিবৰ অৰ্থে আসাম গভৰ্ণমেণ্টে যেন এটা পদৰ সৃষ্টি কৰি দিয়ে সেইবাবে বিনীতভাৱে গভৰ্ণমেণ্টক আবেদন কৰা হওক।

প্ৰস্তাৱক: শ্ৰীযতীন্দ্ৰনাৰায়ণ চৌধুৰী, সমৰ্থক: ৰমাকান্ত বৰকাকতী, অনুমোদক-- হৰিপ্ৰসাদ নাথ, প্ৰমথনাথ চক্ৰৱৰ্তী।

৯ম প্ৰস্তাৱ: অসমৰ পঢ়াশালিৰ পাঠ্য-কিতাপ বাছনি সভাত আসাম সাহিত্য সভাৰ নিৰ্বাচিত প্ৰতিনিধি অন্ততঃ এজন সমজুৱা ভুক্ত কৰিবলৈ গভৰ্ণমেণ্টক অনুৰোধ কৰা হওক।

প্ৰস্তাৱক: মাননীয় ৰায় ফণীধৰ চলিহা বাহাদুৰ, সমৰ্থক: চন্দ্ৰনাথ শৰ্মা, অনুমোদক: সুখলতা দুৱৰা মৌলবী চফিয়ৰ ৰহমান।

২৮ ডিচেম্বৰ, ১৯১৮

### বিশেষ সন্মান

১৯২০ চনৰ কাৰ্য-নিৰ্বাহক সমিতিৰ তৃতীয় অধিৱেশন ১৮।৩।২০ তাৰিখে সত্যনাথ বৰা ডাঙৰীয়াৰ ঘৰত বহিছিল। এই বৈঠকতে "অসমীয়া ভাষাৰ বিভিন্ন দিশত পাৰদৰ্শীসকলক দিবলৈ ৰত্ন বা ভট্ট, উপাধিৰ সৃষ্টি কৰা হ'ল। যেনেঃ "সাহিত্য ৰত্ন, গণিত ৰত্ন, বা সাহিত্য ভট্ট, গণিত ভট্ট ইত্যাদি"। অৱশ্যে এই সিদ্ধান্ত পৰৱৰ্তী কাৰ্য-নিৰ্বাহক সমিতিয়ে (১০-৪-২৩) কাৰ্যকৰী নহয় বুলি কৰি বাদ দিয়ে।

### প্ৰথম আজীৱন সভ্য

ডিব্ৰুগড়ত অনুষ্ঠিত ৬ষ্ঠ সন্মিলনৰ নিয়মাৱলীৰ গঠন ৫ম ছেদত স্থায়ী সভ্য অন্তৰ্ভুক্ত হয়। ১৯২৪ চনৰ ২৭ ডিচেম্বৰ তাৰিখে গুৱাহাটীত বহা সভাৰ সপ্তম সন্মিলনৰ তৃতীয় দিনা (২৯ ডিচেম্বৰ) মুকলি অধিৱেশনত লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ গোহাঞিবৰুৱা, ৰজনীকান্ত বৰদলৈ, কালীৰাম মেধি, ঈশ্বৰপ্ৰসাদ বৰুৱা, গংগাৰাম চৌধুৰী—এইসকলে স্থায়ী সভ্য হ'বলৈ প্ৰতিশ্ৰুতি দিয়ে। সেইমতে তেখেতসকল সভাৰ আজীৱন সভ্য হয়। কিন্তু এখেতসকলৰ আগতে স্বীকৃতি পাই শিৱসাগৰৰ তাৰাপ্ৰসাদ চলিহাই (৮.১.২৫), লক্ষ্মীনাথ বেজবৰুৱাই (২১.১.২৫), নন্দেশ্বৰ চক্ৰৱৰ্তী (১৮.৬.২৫), ঈশ্বৰপ্ৰসাদ বৰুৱা (১৮.৬.২৫), গংগাৰাম চৌধুৰী (২৮.৭.২৫.), জীতেন্দ্ৰকুমাৰ দাস (২৮.৭.২৫), ৰজনীকান্ত বৰদলৈ (২৬.১১.২৫) য়ে ক্ৰমে স্থায়ী সভ্যৰূপে স্বীকৃতি লাভ কৰে। বৰ্তমান সভাৰ আজীৱন সভ্যৰ সংখ্যা ৮৪৩ জন।

### প্ৰথম হিতৈষী সভ্য

ডিব্ৰুগড়ত অনুষ্ঠিত ষষ্ঠ সন্মিলনৰ (গ) সভাৰ গঠন ৯ম বিধিত হিতৈষী সভ্য অন্তৰ্ভুক্ত কৰা হয়। "......কাৰ্য-নিৰ্বাহক সভাই যিকোনো বিশিষ্ট ব্যক্তিক বিশেষ বিবেচনা কৰি সভাৰ হিতৈষী (Patron) ভুক্ত কৰি ল'ব পাৰিব।" সভাৰ সপ্তম সন্মিলনৰ পঞ্চম প্ৰস্তাৱ



অনুসৰি ৰায়বাহাদুৰ ৰাধাকান্ত সন্দিকৈ আৰু ৰাধানাথ গোস্বামীক হিতৈষী সভ্য মনোনীত কৰা হয়।

### প্ৰথম সংগীত অধিৱেশন*

ডিব্ৰুগড়ত বহা সভাৰ ৬ষ্ঠ সন্মিলনত কাৰ্য-নিৰ্বাহক আৰু আদৰণী সমিতিৰ প্ৰযত্নত প্ৰথম সংগীত অধিৱেশন বহে। এই সম্পৰ্কীয় প্ৰথম প্ৰস্তাৱটি আগবঢ়াইছিল কুমুদেশ্বৰ বৰঠাকুৰে। শৰৎচন্দ্ৰ গোস্বামীয়ে যুগুত কৰা বছৰেকীয়া প্ৰতিৱেদনৰপৰা তলৰ কথাখিনি উদ্ধৃত কৰা হ'ল।

"২০ এপ্ৰিল ৰবিবাৰৰ দিনা (১৯২৪ চনৰ সন্মিলনৰ দ্বিতীয় দিনা) পুৱা ৭½ বজাৰপৰা সংগীত সংঘৰ অধিৱেশন বহে। .........ইয়াৰ সভাপতি আছিল শ্ৰীযুক্ত ইন্দ্ৰেশ্বৰ বৰঠাকুৰ। এখেতৰ অভিভাষণ অতি সুন্দৰ হৈছিল, ইয়াত ভাৰতীয় সংগীতকলাৰ এটি চমু আভাস পোৱা হৈছিল। ......ইয়াতেই সংগীত সংঘ স্থাপিত হয়। তাৰ সম্পাদক নিযুক্ত হয় ডাক্তাৰ শ্ৰীযুত উমেশচন্দ্ৰ দাস। সাহিত্য সন্মিলনৰ লগে লগে সভাৰ সংগীত সংঘ বহাবো স্থিৰ হয়। ..."

### প্ৰথম প্ৰদৰ্শনী

৬ষ্ঠ সন্মিলনতে লক্ষেশ্বৰ বৰুৱাৰ যত্নত প্ৰথম প্ৰদৰ্শনী পতা হয়। "এই প্ৰদৰ্শনী দেখি সকলো লোকে সন্তোষ পাইছিল। ইয়াত কিছুমান পুৰণি পুথি মুদ্ৰা আদিও দেখুৱা হৈছিল। ......সাঁচিপতীয়া পুথিবোৰত আঁকা চিত্ৰবোৰেই প্ৰদৰ্শনীৰ বিশেষ উল্লেখযোগ্য কথা ......মৎস্য চৰিত্ৰ পুথিৰ দশ অৱতাৰৰ ছবিখন অতি বিতোপন আছিল। সেই পুথিখন ১৭৫৩ শকৰ মাঘ মাহত জয়ানন্দৰদ্বাৰা নকল হৈছিল। পুথিখন দিনজয় সত্ৰৰপৰা সংগ্ৰহ কৰা হৈছিল। তলত দিয়া পুৰণি-

* সংগীত অধিৱেশনৰ সলনি সংগীত সংঘ বোলা হৈছিল।

কলীয়া পুথিবিলাক প্ৰদৰ্শনীত ৰখা হৈছিল— ১। ভক্তিতত্ত্ব সাৰ, ২। গোবক্ষতত্ত্ব, ৩। ভীষ্মপৰ্ব (ৰাম সৰস্বতী), ৪। বঘাসুৰ বধ (১৭৩২ শক), ৫। উষা হৰণ (১৭১৬ শক), ৬। কুলাচল বধ, ৭। লংকাকাণ্ড, ৮। ৰামায়ণ, ৯। লংকাকাণ্ড ৰামায়ণ (১৭৩২ শক), ১০। চৰিত পুথি। ইয়াত ইয়াৰ বাহিৰে এশ বছৰৰ আগৰ লোৰ ওপৰত পিতলৰ পানী চৰোৱা দুডাল লোৰ খুটিও ৰখা হৈছিল। সূটা কটা, তাঁত বোৱা ইত্যাদিও তাত দেখুৱা হৈছিল। গুৱাহাটীৰ শ্ৰীযুত বিপিনচন্দ্ৰ বৰুৱাৱে এড়ি পলু পোহা, অসমীয়া যঁতৰত এড়িকটাৰ প্ৰণালী দেখুৱাই প্ৰদৰ্শনী ধুনীয়া কৰিছিল।

### সভাৰ পঞ্জীয়ন

যোৰহাটত বহা পঞ্চম সম্মিলনত সাহিত্য সভাক ১৮৬০ চনৰ ২১ নং আইন অনুসৰি পঞ্জীয়ন কৰিবৰ কাৰণে প্ৰস্তাৱ গ্ৰহণ কৰা হয়। সেইমতে ১৯২৪ চনৰ ৫ মে' তাৰিখে সভা পঞ্জীভুক্ত হয়।

In the matter of Act XXI of 1860 of the Governor General of India in Council, being an Act for registration of Literary Scientific and Charitable Societies,

and

In the matter of the "Assam Sahitya Sabha"

## MEMORANDUM OF ASSOCIATION

I. The name of the Association (to be herein after referred to as the "Sabha") is the "Assam Sahitya Sabha."

II. The objects for which the Association is established are :

(1) To effect all round improvement of the Assamese Language and Literature.

(a) To revise and bring up-to-date the Assamese Dictionary and Grammer.



(b) To encourage the research in and study of the Ancient Assamese Literature, such as old puthis, buranjees, bargeet, folk-lore and proverbs (phakaras).

(c) To publish and encourage the publication of works on subjects in which the Assamese literature is generally poor.

(d) To publish or assist in the publication of useful works by authors who cannot afford to do so themselves.

(e) To prepare Gramophone records of bonafied ancient Assamese tunes.

(f) To grant Scholarships, rewards or prizes for encouraging the study and culture of Music and Arts.

(g) To publish a periodical organ of the "Sabha."

(h) To carry on propaganda work for the spread of the study and research in the Assamese Language and Literature amnog the general public.

(2) To invite and collect subscriptions and donations from the public for the aforesaid subjects.

(3) To hold and manage all funds raised for the above subjects

(4) To hold as trustees such trusts which may be created in favour of the Sabha, either singly or along with other trustees nominated by the creator of the trusts in furthereace or any of the objects of the Sabha.

(5) To purchase or acquire on lease or in exchange or on hire or by gift or otherwise, of all real and personal property and any rights or privileges necessary or convenient for the purpose of the Sabha.

(6) To sell, improve, manage and develop all or any part of the property of the Sabha.

(7) To do all such other things as are incidental or conductive to the attainment of the above subjects of the Sabha or any of them, including the founding and maintaining of libraries, museums, laboratories, studentships, and chairs on literary, seientific, philosophical and theological subjects.

III. The names and addresses and occupation of the persons who are members of an from the first Board of Management which is the Governing Body of the Sabha, are as follows :

Secretary...... Sreejut Sarat Chandra Goswam, B.A.. B.T. Superintendent, Training School, Jorhat.

Asstt. Secretary (1) Sreejut Harinath Pathok Chowdhuri, Sub-Registrar, Jorhat.

(2) Sreejut Adyanath Sarma, Instructor, Training School, Jorhat.

Treasurer and Account. The Secretary for the time being pending appointment of a seperate office bearer or bearers at the next annual conference.

Ordinary Members:- (1) The Hon'ble Mr. Chandradhar Baruah, Tea Planter and Member of Council of State, India, Jorhat.

(2) Rai Bahadur Radha Kanta Handique, Tea Planter, Jorhat.

(3) Rai Sahab Durgadhar Borkotoky, Retired Assistant Inspector of Schools, Jorhat.

(4) Rai Sahab Golap Chandra Baruah, Deputy Inspector of Schools, Jorhat.



(5) Sreejut Hem Chand a Goswami, E.A.C., Jorhat.

(6) Sreejut Iswar Prasad Baruah B.L., E.A.C., Jorhat.

(7) Sjt. Rameswar Baruah, B.A. Headmaster, Govt. High School, Jorhat.

(8) Moulovi Keramot Ali, Pleader Jorhat.

(9) Moulovi Jahiruddin Ahmed, B.A., B.T. Asstt. Master, Govt. High School, Jorhat.

(10) Sj Purnananda Sarma Pathok, B.L., Pleader, Jorhat.

(11) Sj. Deveswar Sarma, B.L., Pleader. Jorhat.

(12) Sj. Chandranath Dutta Phookan, B.A., B.T., Teacher, Training School Jorhat.

(13) Sj. Devendra Nath Bez Baruah, B.L., Pleader, Jorhat.

(14) Sj. Deveswar Chaliha, Pleader Jorhat.

(15) Sj. Kuladhar Chaliha. B.L., Tea Planter, Jorhat.

(16) Babu Jitendra Coomar Das, Merchant. Jorhat.

(17) Sj. Krishna Kanta Bhattacharyya, Editor and Printing Press Keeper, Jorhat.

IV. The Head quarters of the Sabha shall be located at Jorhat in Assam.

V. The Sabha may sure to sue or be sued in the name of the Secretary.

VI. Documents and conveyance, in respects of the transfer or property belonging to the Sabha or for any other purpose shall bear the signature of the Secretary and of one other member of the Board and shall have affixed to them the seal of the Sabha.

II. The income and property of the Sabha, whensoever derived, Shall be applied solely towa ds the promotion of the objects of the Sabha as set forth in this Memorandum of Association, and no portion therefore shall be paid of transfered directly or indirectly by way of dividends, bonus, or otherwise by way of profits to the persons who at any time are or have been members of the Sabha or to any of them or to any person claiming through any of them. provided that nothing herein contained shall prevent the payment in good faith of remuneration to any officers of servents of the Sabha or to any member thereof other person for any service rendered to the Sabha.

VIII. No members or member of the Board of Management shall be answerable for any loss arising in the administration or application of the said trust funds or sums of money, or for any damage to or deterioration that shall, happen to the trust property, unless such loss or damage or deterioration shall happen by or through his or their wilful default or neglect.

IX. If upon the dissolution of the Sabha, there shall remain after the satisfaction of all its debts and liabilities, any property whatsoever, the same shall not be paid or distributed to and among the members of the Sabha



or any of them, but shall be given or transferred to some other Sabha or Association, institution or institutions, having objects similar to the objects of the Sabha, to be determined by the votes of not less than three-fifth of the members of the Sabha present personally or by proxy at a meeting called for the purpose or in default thereof, by such judge or Court of Law as may have Jurisdiction in the matter.

X. A printed copy of the origiaal Rules and Regulations of the said Sabha in the Assamese vernicular with a typed copy of English Translation thereof is filed with this Memorandum of Association. and the undersigned being seven of the members of the Governing Body of the said Sabha, do hereby certify that such copy and translation of such Rules and Regulation of the said Sabha are correct.

As witness our several and respective hands, dated this day of 17th March 1924.

Witness to the signatures :—

1. Sd/- Faizuddin Ahmed, E.A.C., on leave — Sd/- Hem Chandra Goswami
2. Sd/- Md. Amzad Ali, Head Clerk, Divl. Forest Office. — Sd/- Harinath Pathok Chowdhuri
3. Sd/- Gopal Chandra Goswami, Head Clerk, Office of the Inspector of Schools, A.V.C. — Sd/ Devendra Nath Bezbaruah

Sd/- Rameswar Baruah

Sd/- Sarat Chandra Goswami

Sd/- Zahiruddin Ahmed

Sd/- Adya Nath Sarma.

Registered by me this 5th day of May 1924.
Sd/- W.L Scott.
Registrar of Joint Stock Companies
Assam.

প্ৰতীক

অসম সাহিত্য সভাৰ প্ৰতীক সম্পৰ্কীয় আলোচনা ১৩-৩-২৪ তাৰিখৰ কাৰ্য-নিৰ্বাহক সভাৰ কাৰ্য-সূচীৰ অন্তৰ্ভুক্ত কৰা হৈছিল যদিও বিশেষ আলোচনা নহ'ল। ইয়াৰ পাছত ৬ষ্ঠ সম্মিলনত প্ৰস্তাৱ গ্ৰহণ কৰা হয় — "এই সম্মিলনে সিদ্ধান্ত কৰে যে সভাৰ ছাব্ মোহৰটি (Common seal) কোনো চিত্ৰাদি বিশিষ্ট হ'ব নালাগে। তাত 'সাহিত্য পৰম সম্পদ' বা 'সাহিত্য জাতিৰ প্ৰাণ' তাতোকৈ বেছি অৰ্থবোধক কোনো সুৰলা কথা (legend) থাকিব পাৰে।" ইয়াৰ পাছত ২৮-১০-৬০ চনত শিল্পী যুগল দাসে আঁকি দিয়া বৰ্তমানৰ প্ৰতীকটি সভাই তলত দিয়া প্ৰস্তাৱ অনুযায়ী গ্ৰহণ কৰে।

অসম সাহিত্য সভাৰ কাৰ্য-নিৰ্বাহক সভাৰ দ্বিতীয় অধিৱেশনত শিল্পী শ্ৰীযুগল কুমাৰ দাসদেৱে অঁকা প্ৰতীক এটি অলপ সাল-সলনি কৰি গ্ৰহণ কৰা হয়

প্ৰধান সম্পাদকৰ প্ৰতিৱেদনৰপৰা।

অক্ষয় পুঁজি

কমলাদেৱী ট্ৰাষ্ট ফাণ্ড

বাহুলিপাৰৰ ৰাধানাথ গোস্বামীদেৱেই প্ৰথম দাতা। এখেতৰ মাতৃ কমলাদেৱীৰ স্মৃতি ৰক্ষাৰ কাৰণে দুহেজাৰ টকা দান কৰে (১৯২৩)। এই দান সম্পৰ্কে তেখেতৰ পত্ৰ হুবহু উদ্ধৃত কৰা হ'ল।



ওঁ

বাহুলিপাৰ পোঃ আঃ
১. ২. ২৪

সবিনয় নিৱেদন,

মহাশয়— আপোনাৰ ২৪.১২.২৩ তাৰিখৰ অনুগ্ৰহৰ চিঠি পাই সকলো জ্ঞাত হ'লোঁ। মোৰ মাতৃদেৱীৰ নামে মই আসাম সাহিত্য সভাত দান কৰা টকা তলত দিয়া মতে ব্যৱহাৰ কৰিব পাৰে। তলত লিখা সৰ্ত্তত আপত্তি থাকিলে অনুগ্ৰহ কৰি জানিবলৈ দিয়ে যেন।

মই দান কৰা ২০০০ দুই হেজাৰ টকা সভাই কোনো ঠাইত সুদৰ বন্দবস্তত জমা ৰাখিব। মোৰ বা মোৰ উত্তৰাধিকাৰীৰ অজ্ঞাতে মূল টকা খৰছ কৰিব নোৱাৰিব সেই টকাৰ যি সুদ বাহিৰ হ'ব সেই সুদ সভাই প্ৰতি বছৰে আনি সভাৰ ইচ্ছামতে কোনো দেশ হিতকৰ, শিক্ষাৰ উন্নতিৰ অৰ্থে, মোৰ পূজনীয়া মাতৃ শ্ৰীযুতা কমলাদেৱীৰ নামে দান কৰিব পাৰিব। সেই দান সম্বন্ধে মোক বা মোৰ উত্তৰাধিকাৰীক প্ৰতিবাৰে খবৰ দিব লাগিব।

কোনো সময়ত আসাম সাহিত্য সভা অচল হ'লে মই দান কৰা ২০০০ টকা খৰছ নকৰিব। অন্য কোনো দেশ হিতকৰ কামত ওপৰত লিখা নিয়মমতে ব্যৱহাৰ কৰিব পাৰিব। ইতি—

আপোনাৰ
শ্ৰীৰাধানাথ গোস্বামী

দাতাৰ ইচ্ছা অনুসৰি ৪-১-৩১ তাৰিখে কাছাৰীত দলীল কৰা হয় আৰু ট্ৰাষ্ট বৰ্ডৰ প্ৰথম সদস্যৰূপে তলত দিয়াসকলে চহী কৰে— ১। দাতা ২। দেৱেশ্বৰ চলিহা ৩। পূৰ্ণানন্দ শৰ্মা ৪। দেৱেন্দ্ৰনাথ বেজবৰা ৫। ৰায় বাহাদুৰ ৰাধাকান্ত সন্দিকৈ।

৪ ডিচেম্বৰ, ১৯২৪ তাৰিখে অসমীয়া কাকতত তলত দিয়া বাতৰিটি প্ৰকাশ পায় ঃ

কমলাদেৱী শিশু সাহিত্যৰ বাবে—বাহুলিপাৰৰ বালিজান ফাৰ্মৰ মালিক দানশীল শ্ৰীযুত ৰাধানাথ গোস্বামী ডাঙৰীয়াই দিয়া দানৰ উৎপন্নৰপৰা যি সৰু ল'ৰা-ছোৱালীৰ উপযোগী সৰু মহাভাৰত এখনিৰ অৰ্থে ২৫০্ দুশ পঞ্চাছ টকাৰ এটি পুৰস্কাৰ দিয়া যাব বুলি আসাম সাহিত্য সভাৰপৰা এখন জাননী দিয়া হৈছিল তাত তলত দিয়া কথাখিনি জনোৱা হৈছিল—

"অহা বছৰৰ (১৯২৫ ইং ছনৰ) ফেব্ৰুৱাৰী-মাৰ্চ মাহত এই পুৰস্কাৰ দিয়াৰ স্থিৰ কৰা হ'ব। প্ৰতিযোগিতালৈ দিয়া কিতাপ ১৯২৪ ছনৰ ৩১ ডিচেম্বৰৰ ভিতৰত সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ হাতত পাবহি লাগিব।"

এতেকে যিসকলে কিতাপখনি লিখিছে তেওঁলোকে ওপৰত উদ্ধৃত কৰাখিনিলৈ মন কৰি এই মাহৰ ৩১ তাৰিখৰ ভিতৰতে প্ৰধান সম্পাদকৰ নামে পুথিখন পঠিয়াই দিয়ে যেন।

প্ৰথম বছৰ ১১খন পুথিৰ ভিতৰত ৰোমেশ্বৰ শৰ্মাৰ সৰল মহাভাৰত শ্ৰেষ্ঠ বিবেচিত হৈ ২৫০্ টকাৰ পুৰস্কাৰ লাভ কৰে। ৩০-৪-২৫ তাৰিখৰ কাৰ্য-নিৰ্বাহকত এই সিদ্ধান্ত লোৱা হয়। বিচাৰক আছিল লক্ষ্মীনাথ বেজবৰুৱা।

## দক্ষিণপাট অধিকাৰ গোস্বামী পুঁজি

দক্ষিণপাটীয়া গোস্বামী ডাঙৰীয়াই সাহিত্য সভাক ৮৫০০ টকা সভাৰ গৃহ নিৰ্মাণৰ কাৰণে দিবলৈ সম্মত হয়। ২০-২-২৪ তাৰিখৰ পত্ৰত এই কথা উল্লেখ কৰি প্ৰধান সম্পাদকলৈ লিখা চিঠি ঃ



শ্ৰীশ্ৰীযাদবো জয়তি

শ্ৰীশ্ৰীদক্ষিণপাটীয় গোস্বামী

মংগলাস্পদ
শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামী "আসাম সাহিত্য সভাৰ প্ৰধান সম্পাদক"ক প্ৰতি—

আপোনাৰ প্ৰেঃ পত্ৰ আৰু মেপ পোৱা হৈছে। আমি ৮,৫০০ আঠ হেজাৰ পাঁচশ টকাহে দিব পৰা যাব বুলি পূৰ্বে শ্ৰীযুত হেমচন্দ্ৰ গোস্বামীক কোৱা আছিল, পুনৰো আপোনাক ৮,৫০০ টকা গৃহৰ কাৰণে দিয়া হ'ব বুলি জানিবলৈ দিয়া হ'ল; 'তাৰদ্বাৰা যেন গৃহ তৈয়াৰ হয় তাকে কৰিব। অপৰ সেই ঘৰতনো আমি কি সৰ্ত ৰাখিম আমাৰ মনেৰে সেই গৃহত সাহিত্য চৰ্চাৰ বাহিৰেও বৈদিক সনাতন ধৰ্মাৱলম্বী হিন্দুলোকসকলে ধৰ্মালোচনা আৰু যাত্ৰা মহোৎসৱাদি কৰি থাকিলেই ভাল ..................

পূৰ্বে ৩০০০ হেজাৰ টকা পঠোৱা হৈছিল, পুনৰো (বৰ্তমান) ২০০০, দুহেজাৰ টকা পঠোৱা হ'ল। ইতি

শক ১৮৪৫/৮ ফাগুন
২০-২-২৪

ইতেমধ্যে ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াই চন্দ্ৰকান্ত ইনষ্টিটিউতৰ কাৰণে দান আগবঢ়োৱাত গুৱাহাটীত অনুষ্ঠিত সপ্তম সন্মিলনৰ তৃতীয় প্ৰস্তাৱ অনুযায়ী নৰদেৱ মন্দিৰ নিৰ্মাণৰ পৰিৱৰ্তে আন "কোনো উদ্দেশ্য

সাধনৰ অৰ্থে সেই টকাৰে এটি ট্ৰাষ্ট ফাণ্ড কৰিবলৈ” অনুৰোধ জনায়।

সভাৰ অনুৰোধ অনুযায়ী “সেই টকা ঘৰত নখটাই ট্ৰাষ্ট ফাণ্ড পাতি সুদৰদ্বাৰাই সংস্কৃত অসমীয়া উভয় ভাষাৰ পুথি ছপা কৰিবৰ কাৰণে ......সভাৰ অনুৰোধ ৰক্ষা কৰা হ'ল।” বুলি দক্ষিণপাটীয় গোস্বামীদেৱে সভাক জনালে আৰু ১৯২৬ ছনৰ ১৮ আগষ্টত দলীল কৰা হ'ল। এই ষ্ট্ৰাষ্ট বৰ্ডৰ প্ৰথম সদস্য শৰৎচন্দ্ৰ গোস্বামী, কুলধৰ চলিহা, দেৱেশ্বৰ শৰ্মা, মৌলবী কেৰামৎ আলি, চন্দ্ৰধৰ বৰুৱা।

প্ৰথম গ্ৰন্থ: নীলকণ্ঠ দাসৰ দেৱদামোদৰ চৰিত।

## চন্দ্ৰকান্ত-ইন্দ্ৰকান্ত ট্ৰাষ্ট ফাণ্ড

১৯২৩ ছনত দানবীৰ ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াই তেখেতৰ দুটি পুত্ৰ চন্দ্ৰকান্ত আৰু ইন্দ্ৰকান্তৰ স্মৃতি ৰক্ষাৰ কাৰণে সভাক ২৫,০০০ হেজাৰ টকা দিবলৈ সম্মতি জনাই চিঠি দিয়ে—

শ্ৰীযুক্ত “আসাম সাহিত্য সভাৰ” প্ৰধান সম্পাদক মহাশয় সমীপেষু।

মহাশয়,

মোৰ উঠি অহা দুজন পুত্ৰৰ অকাল মৃত্যুৰ কথা আপোনালোকে শুনিব পায়। আশা কৰিছিলোঁ সিহঁত আমাৰো বুঢ়াকালৰ সাৰথি হ'ব আৰু শক্তি অনুযায়ী দেশৰ কল্যাণকৰ কামতো খাটিব। কিন্তু বিধাতাৰ ইচ্ছা অন্যৰূপ হ'ল। যি হওক মোৰ গৃহিণী আৰু মোৰ এই মৰ্মান্তিক শোকত ৰাইজৰ সহানুভূতি পাই আমি পৰম দুখ-বেজাৰৰ মাজতো কিছু সান্ত্বনা পাইছোঁ।

আমাৰ দুই পুত্ৰৰ নামত সাধাৰণৰ উপকাৰৰ অৰ্থে আমি যৎসামান্য টকা খৰছ কৰিবলৈ মন কৰিছোঁ। সম্প্ৰতি মোৰ অৱস্থা চাই ২৫,০০০ (পঁচিছ হাজাৰ টকা) দিবৰ মন।



এই টকা কি দৰে খৰছ কৰিলে মোৰ ল'ৰা দুটিৰ নামো থাকে আৰু ৰাইজৰো উপকাৰ হয় সেই অৰ্থে মই যোৰহাটৰ গণ্য-মান্য লোকসকলৰ পৰামৰ্শ লৈছিলোঁ। তেখেতসকলৰ উপদেশ মতে মই সেই টকা তলত লিখা দৰে দিব খোজোঁ।

১। এই পোন্ধৰ হাজাৰ টকা মূল্যৰ শতকৰা ৬টকা সুদৰ কোম্পানীৰ কাগজ কিনিবলৈ যো-যা কৰিছোঁ। এই টকাৰে এটি Trust fund কৰিবৰ মন কৰোঁ। ইয়াৰ নাম হ'ব “চন্দ্ৰকান্ত-ইন্দ্ৰকান্ত ট্ৰাষ্ট ফাণ্ড”। ইয়াৰপৰা বছৰি যি আয় হ'ব সেই আয়ৰ সমস্ত টকা আসাম সাহিত্য সভাৰ যোগে খৰছ কৰিবলৈ মোৰ মন। ইয়াৰে প্ৰথমতে ইন্দ্ৰকান্ত ব্যাকৰণ নামেৰে অসমীয়া ভাষাৰ এখনি সম্পূৰ্ণ ব্যাকৰণ আৰু চন্দ্ৰকান্ত অভিধান নামেৰে এখনি অসমীয়া ভাষাৰ সম্পূৰ্ণ অভিধান যুগুত হ'ব লাগে। তাৰবাবত এই টকা কিদৰে ব্যয় হ'লে ভাল, তাৰ ভাল দিহা আপোনালোকৰপৰা পাবলৈ আশা কৰোঁ।

২। বাকী দহ হাজাৰ টকাৰে বিদ্যা চৰ্চাৰ কেন্দ্ৰ এটি কৰিবৰ উদ্দেশ্যে এটা ঘৰ বান্ধি তাক আসাম সাহিত্য সভাৰ তত্ত্বাৱধানত দিবৰ মন কৰিছোঁ। এই কেন্দ্ৰৰ নাম হ'ব “চন্দ্ৰকান্ত Institute.” ইয়াত অসমীয়া হাতে লিখা পুথি, ঐতিহাসিক ব্যয়-বস্তু, প্ৰধান প্ৰধান ছপা কিতাপ আদি থাকিব লাগে। আৰু অনুসন্ধিৎসু লোকৰ পক্ষে বিদ্যা চৰ্চাৰ সুবিধাও থাকিব লাগে।

এই দুই বিষয়ে বিশেষ বিৱৰণি আৰু সৰ্ত আৰু অৱৰক্ষক (Board of Trustee) সভা ইত্যাদিৰ কথা মই পাছত বহলাই জনাম। ইতিমধ্যে সাহিত্য সভাই এই ভাৰ ল'লে মই কৃতাৰ্থ হ'ম। ঘৰটোও

মই সোনকালে বন্ধাই দিব খোজোঁ। সেইকাৰণে সাহিত্য সভাৰ যি মাটি আছে বা হ'ব তাত অলপ ঠাই দি মোক ঘৰ বান্ধিবলৈ অনুমতি দিয়াৰ প্ৰাৰ্থনাও কৰিলোঁ।

যোৰহাট
২৫।১১।২৩ ইং

শ্ৰীৰাধাকান্ত সন্দিকৈ

সভাই দানবীৰ সন্দিকৈৰ দান আন্তৰিকতাৰে গ্ৰহণ কৰে। ২৪ জানুৱাৰী ১৯২৫ তাৰিখে দলীল কৰা হয়। ট্ৰাষ্ট বৰ্ডৰ প্ৰথম সদস্য (সভাৰ মনোনীত) কুলধৰ চলিহা আৰু শৰৎচন্দ্ৰ গোস্বামী।

## THE CHANDRAKANTA-INDRAKANTA TRUST BOARD

This indenture made this 28th day of January in the year one thousand nine hundred and twenty five between Rai Bahadur Radhakanta Handiqui son of Baparam Handiqui deceased, of Jorhat town hereinafter called the donor of the first part, the Board of Trustees consisting of the members (1) the Donor himself, (2) C.S. Gunning Esqr., President, (3) Srijut Hiteswar Borboruah, the nominee of the Donor (4) Srijut Sarat Chandra Goswami and Srijut Kuladhar Chaliha, the representatives of the Assam Sahitya Sabha, hereinafter called the Board, which term shall include their successors in office or nominee as the case may be hereinafter specified, of the second part and Srijut Sarat Chandra Goswami, the present General Secretary of the Assam Sahitya Sabha, Jorhat, a society registered under Act XXI of 1860, acting on behalf of the said Sabha of the third part.

Whereas the Donor is desirous of perpetuating the memory of his two beloved deceased sons named Chandrakanta Handiqui and Indrakanta Handiqui and for that purpose is



willing to create a trust fund by making a donation of Rs. 30,000/- to be called "The Chandrakanta-Indrakanta Memorial Endowment Fund" and to be used for the advancement and development of the Assamese language in the manner hereinafter specified and whereas the Board and the Sabha have accepted the proposal of the Donor and are willing to act in this behalf and help and accommodate the Donor in carrying out the objects of his donation.

Now this indenture witnesseth and it is hereby declared that the Board shall consist of :-

1) The Deputy Commissioner of Sibsagar district for the time being hereinafter called the Deputy Commissioner, which term shall be deemed to include the Officer who is for the time being the Chief Executive Officer of Government of the District in which the town of Jorhat is situated, whether permanent or temporary who shall be the Ex-Officio President of the Board. C.S. Gunning Esqr., M.A., I.C.S. the present Deputy Commissioner of Sibsagar will be the first President.

2) The Donor himself during his life time, and after his death a person nominated by him in this behalf from amongst his leagal heirs. The person so nominated and each successive nominee shall appoint one of his legal heirs to succeed him at his death.

In the event of the Donor or any of his successors appointed as above dying without having exercised the power of appointing his successor the Deputy Commissioner shall appoint a trustee from amongst the legal heirs of the Donor or his successor.

(3) The nominee of the Donor for a period of five years only commencing from the date of nomination. The Donor

অধ্যয়নৰ কেন্দ্ৰত পৰিণত কৰা হওক। এই সম্পৰ্কত সভাই অসম চৰকাৰ, কেন্দ্ৰীয় চৰকাৰ আৰু সমূহ ৰাইজৰ কাৰ্যকৰী সহায় আৰু সহযোগিতা কামনা কৰে।

তত্নপৰি অসমৰ সত্ৰীয়া সংস্কৃতি আৰু লোক সংস্কৃতিৰ আকৰস্বৰূপে মাজুলীতো এটি সাংস্কৃতিক অধ্যয়ন কেন্দ্ৰ গঢ়ি তুলিবলৈ ৰাজ্য চৰকাৰক অনুৰোধ জনায়।'

ত্ৰয়শ্চত্বাৰিংশ সম্মিলন, টিহু, ১৯৭৬

'অসম সাহিত্য সভাৰ কাৰ্য-নিৰ্বাহক সমিতিয়ে যোৱা চতুশ্চত্বাৰিংশ সম্মিলনত সম্বৰ্দ্ধনা জ্ঞাপন কৰিবলৈ আহ্বান কৰি অনা ড' ভূপেন হাজৰিকাই সম্বৰ্দ্ধনা গ্ৰহণ কৰিয়ো সাহিত্য সভাৰদ্বাৰা আয়োজিত সংগীত অধিৱেশনতে অসম সাহিত্য সভাক যুক্তিহীন আৰু অবাঞ্চনীয় ভাৱে অসম্মানজনক ব্যৱহাৰ কৰাত সভাই গভীৰ দুখ প্ৰকাশ কৰে। ব্যক্তিতকৈ অনুষ্ঠানৰ মৰ্যাদাৰ প্ৰতি লক্ষ্য ৰাখি সমিতিয়ে অনুভৱ কৰে যে যিসকল ব্যক্তিয়ে সভাক মৰ্যাদা দিব নোখোজে তেনে লোকক সভাই ভৱিষ্যতে, সম্বৰ্দ্ধনা জ্ঞাপন কৰাৰপৰা বিৰত থাকিব।'

কাৰ্য-নিৰ্বাহক সভাৰ সিদ্ধান্ত, ১০ এপ্ৰিল ১৯৭৭, যোৰহাট॥

— প্ৰকাশ গোস্বামী

---

# আসাম সাহিত্য সভা পত্ৰিকা

প্ৰথম বছৰ

আহিন ১৮৪৮—ভাদ ১৮৪৯



সম্পাদক

শ্ৰীচন্দ্ৰধৰ বৰুৱা।



প্ৰকাশক

আসাম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ হল, যোৰহাট।



যোৰহাটৰ দৰ্পণ প্ৰেচত
শ্ৰীটুনিৰাম শৰ্ম্মা বৰুৱাৰ দ্বাৰা ছপা কৰা হ'ল।

প্ৰথম সংখ্যা অসম সাহিত্য সভা পত্ৰিকাৰ বেটুপাত

## সভাই গ্ৰহণ কৰা প্ৰস্তাৱৰ বাস্তৱ ৰূপায়ণ

অসম সাহিত্য সভাই প্ৰথম সম্মিলনৰপৰা চুতশ্চত্বাৰিংশ সম্মিলনলৈকে অনেক প্ৰস্তাৱ গ্ৰহণ কৰিছে। এই প্ৰস্তাৱসমূহৰ কিছুমান সংগঠন সম্পৰ্কীয়, কিছুমান ভাষা-সাহিত্য সংৰক্ষণ আৰু বিকাশ সম্পৰ্কীয়, কিছুমান ৰাজনৈতিক আৰু কিছুমান সাংস্কৃতিক। ১৯১৭ চনৰ ডিচেম্বৰ মাহৰ ২৬ আৰু ২৭ তাৰিখে শিৱসাগৰত যিখনি সাহিত্য সভা জন্ম হ'ল সেইখনৰ নামটোৰো এটা মহিমা আছে। এইখন হ'ল অসমৰ সাহিত্য সভা আৰু ইয়াত মহামিলনৰ আদৰ্শ নিহিত আছে।

অসমৰ সাহিত্য সভাৰ আৰম্ভণিৰ পৰা এতিয়ালৈকে গৃহীত হোৱা প্ৰস্তাৱসমূহৰ কিছুমানৰ বাস্তৱ ৰূপায়ণৰ কথা আলোচনা কৰাৰ পূৰ্বে এই কথা কোৱা সমীচীন হ'ব যে কিছুমান প্ৰস্তাৱ সাময়িক। অসম সাহিত্য সভা স্থাপন হোৱাৰ পাছত ইয়াৰ কেন্দ্ৰীয় কাৰ্যালয় যোৰহাটত আছিল, সভাৰ নিজা ঘৰ নাছিল। কিছুকাল যোৰহাট চৰকাৰী হাইস্কুলৰ এটা কোঠাতে সভাৰ কাৰ্যালয় আছিল। ১৯২৩ চনত যোৰহাটত কেন্দ্ৰীয় কাৰ্যালয় স্থাপনৰ অৰ্থে পঞ্চম সম্মিলনত প্ৰস্তাৱ গৃহীত হৈছিল। সেই বছৰ ৩০ নবেম্বৰত মুখ্য অভিযন্তা দেচনিক ( Desne ) প্ৰমদাকিশোৰ ৰায়, ৰামেশ্বৰ বৰুৱা, হেমচন্দ্ৰ গোস্বামী, আৰু শৰৎচন্দ্ৰ গোস্বামীয়ে লগ ধৰি বৰ্তমান ভৱন থকা মাটিডোখৰ দিবৰ কাৰণে এখন আৱেদন-পত্ৰ দিয়ে। মুখ্য অভিযন্তাই ১১।২।২৪ তাৰিখে উক্ত মাটি সভাক দিবৰ কাৰণে চিঠিৰে ইচ্ছা প্ৰকাশ কৰিলে। অসম সাহিত্য সভাৰ অনুৰোধক্ৰমে মুখ্য অভিযন্তাই



শোভাৰাম দাসক ( অভাৰচিয়াৰ ) গৃহ-নিৰ্মাণ কাম-কাজ নিৰীক্ষণ কৰিবৰ কাৰণে অনুমতি দিয়ে। দানবীৰ ৰাধাকান্ত সন্দিকৈয়ে চন্দ্ৰকান্ত-ইন্দ্ৰকান্তৰ স্মৃতিত অসম সাহিত্য সভাক দিয়া ত্ৰিছ হেজাৰ টকাৰ ১৫ হেজাৰ টকাৰে চন্দ্ৰকান্ত সন্দিকৈ ভৱন নামৰ সভা-ঘৰ নিৰ্মাণ কৰে; আৰু বাকী ১৫ হেজাৰ টকা স্থায়ী জমা ৰাখে আৰু এই টকাৰ সুতেৰে বছৰি ভৱন মেৰামতি কৰাৰ ব্যৱস্থা কৰে। ১৯২৬ চনৰ ২ ডিচেম্বৰ তাৰিখে অসমৰ ৰাজ্যপাল চাৰ জন কাৰে চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ দুৱাৰ মুকলি কৰে। এই ভৱনৰ পূৱ প্ৰাংগণত দানবীৰ ৰাধাকান্ত সন্দিকৈ ভৱন নিৰ্মাণ কৰাৰ ব্যৱস্থা কৰা হৈছে।

১৯৫৯ চনতে গুৱাহাটীত অসম সাহিত্য সভাৰ এটি কাৰ্যালয় নিৰ্মাণৰ কথা চিন্তা কৰা হয়। এই বিষয়ে ১৯৬১ চনত প্ৰকৃত কাম হয়। সভাৰ কাৰ্যালয়ৰ কাৰণে মাটি পোৱা হয় আৰু পাৰ্বতিপ্ৰসাদ বৰুৱাই দিয়া পঞ্চাছ হেজাৰ টকা আৰু কেন্দ্ৰীয় চৰকাৰৰ সমান অনুদানেৰে ভগৱতীপ্ৰসাদ বৰুৱা ভৱন নিৰ্মাণ কৰা হয়। এই ভৱনৰ দুৱাৰ ২ জানুৱাৰী, ১৯৬৫ তাৰিখে মুকলি কৰা হয়।

অসম সাহিত্য সভাই ষষ্ঠ সম্মিলনতে সভাৰ এটা 'ছাব-মোহৰ' ( Common seal ) ৰ বিষয়ে প্ৰস্তাৱ লৈছিল। কিন্তু ১৯৬০ চনত সভাই নিজা প্ৰতীক গ্ৰহণ কৰাত উক্ত প্ৰস্তাৱৰ বাস্তৱ ৰূপায়ণ হ'ল।

অসম সাহিত্য সভাই অষ্টম অধিৱেশনত ( নগাওঁ ) ১৯২৬ চনৰ ভিতৰতে সাহিত্য সভাৰ তিনিমহীয়া মুখপত্ৰস্বৰূপে এখন তিনিমহীয়া আলোচনী প্ৰকাশৰ প্ৰস্তাৱ গ্ৰহণ কৰিছিল আৰু ১৯২৬ চনত সভাৰ তিনিমহীয়া মুখপত্ৰ অসম সাহিত্য সভা পত্ৰিকা প্ৰকাশ হয়।

অসম সাহিত্য সভাৰ দ্বিতীয় সন্মিলনৰপৰা ( ১৯১৮ ) কটন কলেজত অসমীয়াৰ এজন স্থায়ী অধ্যাপক নিয়োগ কৰিবৰ কাৰণে অসম চৰকাৰক কেবাবাৰো অনুৰোধ কৰা হৈছিল। কিন্তু এই প্ৰস্তাৱৰ বাস্তৱ ৰূপায়ণ হ'বলৈ কিছু বছৰ লাগিছিল।

অসম সাহিত্য সভাই পুথি ৰছা সমিতিত প্ৰতিনিধিত্ব বিচাৰিছিল আৰু চৰকাৰে উক্ত দাবীৰ প্ৰতি সঁহাৰি জনাইছিল।

অসম সাহিত্য সভাৰ ছুখনমান অধিৱেশনত বিশিষ্ট সাহিত্যিকক উপাধি প্ৰধান কৰাৰ প্ৰস্তাৱ গৃহীত হৈছিল। সেইমতে ধৰ্মেশ্বৰী দেৱীবৰুৱা-নীক কাব্য-ভাৰতী উপাধি প্ৰদান কৰা হৈছিল, আৰু আগন্তুক বাৰ্ষিক সন্মিলনত ( গোলাঘাট ) শ্ৰীকৃষ্ণকান্ত সন্দিকৈক সদস্য মহীয়ান সন্মান যাচিবৰ কাৰণে সিদ্ধান্ত কৰা হৈছে।

অসম সাহিত্য সভাই সংগঠন আৰু প্ৰচাৰৰ কাৰণে প্ৰচাৰক নিয়োগ কৰা সম্পৰ্কে এটা প্ৰস্তাৱ গ্ৰহণ কৰিছিল, আৰু শ্ৰীবেণুধৰ শৰ্মাক প্ৰচাৰক নিয়োগ কৰা হৈছিল।

গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন সম্পৰ্কেও অসম সাহিত্য সভাৰ বাৰ্ষিক সন্মিলনত প্ৰস্তাৱ গৃহীত হৈছিল, আৰু কিছু বছৰৰ পাছত সেই প্ৰস্তাৱ কাৰ্যকৰী হ'ল।

অসম সাহিত্য সভাই কাছাৰ আৰু শ্ৰীহট্ট জিলাত অসমীয়া পঢ়াশালি স্থাপনৰ ব্যৱস্থা লৈছিল। সুৰমা উপত্যকাৰ একাংশ বাংলা দেশৰ ( পূব পাকিস্থান ) অন্তৰ্ভুক্ত হোৱাত অসম সাহিত্য সভাই তাৰাপুৰ উদাৰবন্দ, জাকিৰবন্ধ আদি ঠাইৰ অসমীয়া পঢ়াশালিৰ কাৰণে সাহায্য,



দিব লগা হৈছিল। অসম সাহিত্য সভাই অনা-অসমীয়া বা অসমীয়া নজনা লোকৰ কাৰণে ভাষা-জ্ঞান পৰীক্ষা ব্যৱস্থা কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰিছিল আৰু সভাৰদ্বাৰা আয়োজিত ভাষা-জ্ঞান পৰীক্ষা নিয়মিতভাৱে চলি আছে।

অসম সাহিত্য সভাৰ উনবিংশ অধিৱেশনত স্নাতক পৰ্যায়ত অসমীয়া অনাৰ্চ খোলাৰ কাৰণে যি প্ৰস্তাৱ গৃহীত হৈছিল সেই প্ৰস্তাৱ কেইবছৰমানৰ মূৰত কাৰ্যকৰী হয়।

অসম সাহিত্য সভাৰ বাৰ্ষিক সন্মিলনত অসম চৰকাৰক প্ৰকাশন পৰিষদৰ নিচিনা এটা অনুষ্ঠান স্থাপনৰ কাৰণে প্ৰস্তাৱ গৃহীত হৈছিল, আৰু অসম চৰকাৰেও তেনে প্ৰস্তাৱৰ প্ৰতি সঁহাৰি জনাই পুথি প্ৰকাশৰ অনুষ্ঠান প্ৰকাশন পৰিষদ স্থাপন কৰিছে।

অসম সাহিত্য সভাৰ প্ৰস্তাৱৰ প্ৰতি সমৰ্থন জনাই কেন্দ্ৰীয় চৰকাৰে নিৰ্মাণ কৰোৱা ব্ৰহ্মপুত্ৰৰ ওপৰত প্ৰথম দলংখন শৰাইঘাট দলং আৰু অসম চৰকাৰে কলং নৈৰ দলংখন (নগাওঁ চহৰ) আনন্দৰাম ঢেকিয়াল ফুকন দলং নাম দিছে। অসম সাহিত্য সভাৰ প্ৰস্ত'ৱ অনুসৰি কেন্দ্ৰীয় চৰকাৰৰ ডাক আৰু তাঁৰ বিভাগে ১৯৬৮ চনত লক্ষ্মীনাথ বেজবৰুৱা স্মাৰক ডাক টিকট উলিয়ায়।

অসম সাহিত্য সভাৰ চতুৰ্বিংশ অধিৱেশনত অসমীয়া ভাষা শিকিবলৈ আগ্ৰহ কৰা পৰ্বতীয়া জনজাতি আৰু অনা-অসমীয়া লোকৰ কাৰণে 'অসমীয়া-খাচী, অসমীয়া-গাৰো, অসমীয়া-লুচাই, অসমীয়া-বঙালী আৰু অসমীয়া-হিন্দী' ভাষা-শিক্ষাৰ প্ৰণালী গ্ৰন্থ যুগুত কৰি প্ৰকাশ কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰিছিল আৰু সাহিত্য সভাই অসমীয়া-খাচী, অসমীয়া-গাৰো, অসমীয়া-হিন্দী আৰু অসমীয়া-ইংৰাজী শীৰ্ষক পুস্তক প্ৰকাশ কৰিছে।

অসম সাহিত্য সভাই কোচবেহাৰৰ ৰাজকীয় পুথিভঁৰালত থকা অসমীয়া পুথিৰ অনুসন্ধান কৰি এখন তালিকা যুগুত কৰাৰ যি প্ৰস্তাৱ গ্ৰহণ কৰিছিল সেই প্ৰস্তাৱ কাৰ্যকৰী কৰাৰ ব্যৱস্থা লৈছিল।

গোৱালপাৰা জিলাৰ আদালত, স্কুল আদিত অসমীয়া ভাষা প্ৰচলন কৰা সন্দৰ্ভত অসম সাহিত্য সভাৰ ভূমিকা গুৰুত্বপূৰ্ণ। আনকি গোৱাল-পাৰা বংগদেশৰ লগত চামিল কৰা প্ৰসংগত পূৰ্বতে যি দুই-এবাৰ আন্দোলন হৈছিল তাৰ বিৰুদ্ধেও অসম সাহিত্য সভাই দৃঢ় অভি-মত প্ৰকাশ কৰিছিল।

অসম সাহিত্য সভাই অসমৰ ভিতৰত স্থাপিত ৰেলৰে স্কুলবিলাকত অসমীয়া কৰ্মচাৰীৰ ল'ৰা-ছোৱালীৰ শিক্ষাৰ বাবে অসমীয়া মাধ্যমৰ শ্ৰেণী খোলাৰ যি প্ৰস্তাৱ কৰি আহিছে সেই প্ৰস্তাৱ সম্পূৰ্ণভাৱে নহ'লেও কিছু দূৰ কাৰ্যকৰী হৈছে।

অসম সাহিত্য সভাই ১৯৫০ চনৰ একবিংশ অধিৱেশনত "এই মাৰ্চ মাহৰ ১৩ তাৰিখে আৰম্ভ হোৱা অসম বিধান সভাৰ অধিৱেশনতেই অসমীয়া ভাষাক অসমৰ ৰাজ্যিক ভাষা বুলি" চৰকাৰীভাৱে ঘোষণা কৰাৰ যি প্ৰস্তাৱ লৈছিল সেই প্ৰস্তাৱ কাৰ্যকৰী হ'বলৈ কিছু বছৰ লাগিল। পুনৰ ১৯৫৯ চনৰ নগাওঁ অধিৱেশনত ১৯৬০ চনৰ ভিতৰতে অসমীয়া ভাষাক অসমৰ ৰাজ্যিক ভাষা ঘোষণা কৰিব লাগে বুলি যি প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল সেই প্ৰস্তাৱ কাৰ্যকৰী কৰিবলৈ যাওঁতে ৰাজ্যজুৰি আন্দোলন হয় আৰু শেষত চৰকাৰেও অক্টোবৰ মাহত অসম শাসকীয় অধিনিয়ম (১৯৬০ চনত) বিধান সভাত দাঙি ধৰে আৰু এই বিল ডিচেম্বৰ মাহত আইনত পৰিণত হয়। ইয়াৰ পাছৰ বছৰতো এই আইনৰ সামান্য সাল-সলনি কৰা হয়।

মাতৃভাষা উচ্চ শিক্ষাৰ মাধ্যম কৰা প্ৰসংগত অসম সাহিত্য সভাই যি প্ৰস্তাৱ গ্ৰহণ কৰিছিল সেই প্ৰস্তাৱৰ সমৰ্থনত ছাত্ৰই আন্দো-লন কৰে আৰু শেষত অসমৰ দুয়োটা বিশ্ববিদ্যালয়ে মহাবিদ্যালয়-



সমূহৰ (কাছাৰ জিলাৰ বাহিৰে) শিক্ষাৰ মাধ্যম অসমীয়া কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে।

অসম সাহিত্য সভাই আনন্দৰাম ঢেকিয়াল ফুকন, লক্ষ্মীনাথ বেজ-বৰুৱা আদিকৰি কেবাজনো বৰেণ্য সাহিত্যিকৰ জন্ম-শতবাৰ্ষিকী (অৱশ্যে ঢেকিয়াল ফুকনৰ মৃত্যু-শতবাৰ্ষিকী) উছৱ উদ্‌যাপনৰ প্ৰস্তাৱ গ্ৰহণ কৰি সেইমতে বিস্তৃত কাৰ্য-সূচীৰে শতবাৰ্ষিকী পালন কৰে। সাহিত্যৰথী বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকী বিস্তৃত কাৰ্য-সূচীৰে ৰাজ্যৰ বিভিন্ন ঠাইত আৰু কেন্দ্ৰীয়ভাৱে যোৰহাটত পালন কৰাৰ উপৰি দিল্লী, সম্বলপুৰ আৰু কলিকতাত উদ্‌যাপন কৰি সভাই এটা নতুন অভিলেখ স্থাপন কৰে। অসমীয়া ভাষা-সাহিত্যৰ কৰ্ণধাৰসকলৰ শত-বাৰ্ষিকী পালন কৰাৰ উপৰি তেওঁলোকৰ গ্ৰন্থাৱলী পুনৰ্মুদ্ৰণ আৰু স্মৃতিগ্ৰন্থ প্ৰকাশে অসমীয়া সাহিত্যৰ নৱ মূল্যায়ণত অৰিহণা যোগাইছে।

অসম সাহিত্য সভাৰ বাৰ্ষিক সম্মিলনত (১৯২৪) জ্ঞান-মালিনীৰ কবি মফিজুদ্দিন আহমদ হাজৰিকাক সাহিত্যিক পেন্সন দিব লাগে বুলি যি প্ৰস্তাৱ গ্ৰহণ কৰিছিল সেই প্ৰস্তাৱ পাছত কাৰ্যকৰী হয় আৰু তেনেদৰে কেবাজনো সাহিত্যিকক সাহিত্যিক পেন্সন দিবৰ কাৰণে কৰা অনুৰোধৰ প্ৰতি চৰকাৰে সঁহাৰি জনায়।

অসম সাহিত্য সভাৰ ষাঠি বছৰীয়া জীৱন কালত সভাই নানা ঘাত-প্ৰতিঘাতৰ সম্মুখীন হ'বলগীয়া হৈছিল। সভাৰ কেন্দ্ৰীয় কাৰ্যালয় স্থাপন হোৱাতহে সভাৰ কাৰ্য নিয়মীয়া হয়। দ্বিতীয় মহাসমৰৰ কালছোৱাত সভাঘৰ প্ৰতিৰক্ষা বিভাগে লোৱাত সভাৰ কাম-কাজত ব্যাঘাত ঘটে। সামৰিক কৰ্তৃপক্ষই চন্দ্ৰকান্ত সন্দিকৈ ভৱনটি এৰি দিয়াৰ পাছতহে সভাৰ পঁয়ালগা অৱস্থা দূৰ হয় আৰু সভাৰ গুৱা-হাটী কাৰ্যালয় নিৰ্মাণ হোৱাত সভাৰ ভেঁটি আগতকৈ অধিক দৃঢ় হয়। চন্দ্ৰকান্ত অভিধান প্ৰণয়ন আৰু প্ৰকাশ, লেখক-শিবিৰৰ আয়ো-জন আদিও সভাৰ একোটা উল্লেখযোগ্য কীৰ্তি।

— যতীন্দ্ৰ নাথ গোস্বামী

# অসম সাহিত্য সভাৰ সাহিত্যিক সম্বৰ্ধনা

১৯৩১ চনত ডিচেম্বৰৰ শেষ সপ্তাহত শিৱসাগৰত নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ সভাপতিত্বত বহা অসম সাহিত্য সভাৰ ত্ৰয়োদশ মুকলি অধিৱেশনত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাক অসম সাহিত্য সভাই প্ৰথম সম্বৰ্ধনা দি অভিনন্দিত কৰে। এই সভাতে সভাপতি চৌধুৰীয়ে বেজবৰুৱাক 'ৰসৰাজ' উপাধিৰে বিভূষিত কৰে।

১৯৩৩ চনত উত্তৰ লক্ষীমপুৰত জ্ঞানদাভিৰাম বৰুৱাৰ সভাপতিত্বত বহা চতুৰ্দশ মুকলি অধিৱেশনত পদ্মনাথ গোহাঞিবৰুৱাক অভিনন্দন দিয়া হয়।

১৯৫৪ চনৰ ৩১ জানুৱাৰীত যোৰহাটৰ শ্ৰীনলিনীবালা দেৱীৰ সভানেতৃত্বত বহা ত্ৰয়োবিংশ অধিৱেশনত মহিলা কবি ধৰ্মেশ্বৰী দেৱী বৰুৱানীক 'কাব্য-ভাৰতী' উপাধিৰে বিভূষিতা কৰা হয়।

অসম সাহিত্য সভাই তিনিখনি বিশেষ সভাৰ আয়োজন কৰি তিনি গৰাকী বিশিষ্ট প্ৰধান সাহিত্যিকক সম্বধনা জনায়—

১। প্ৰথমনাথ চক্ৰৱৰ্তী, ধুবুৰী (১৯ আগষ্ট—১৯৬৫ চন)
২। দেৱানন্দ ভঁৰালী, যোৰহাট (৩১ মাৰ্চ—১৯৬৫ চন)
৩। মহাদেৱ শৰ্মা, তেজপুৰ (১০ আগষ্ট—১৯৬৬ চন)

১৯৬৬ চনৰ শেষ সপ্তাহত ডিব্ৰুগড়ত নকুলচন্দ্ৰ ভূঞাৰ সভাপতিত্বত বহা চতুৰ্বিংশতি মুকলি অধিৱেশনত শৈলধৰ ৰাজখোৱাক অভিনন্দন জনোৱা হয়।



১৯৭০ চনত ধিঙত শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰুৰ সভাপতিত্বত বহা সপ্তত্ৰিংশ মুকলি অধিৱেশনত ডাঃ দীননাথ শৰ্মা আৰু মহেন্দ্ৰনাথ ডেকা ফুকনক সম্বৰ্ধনা জনোৱা হয়।

১৯৭২ চনত ধুবুৰীত হেম বৰুৱাৰ সভাপতিত্বত বহা উনচত্বাৰিংশ মুকলি অধিৱেশনত অমিয়কুমাৰ দাসক সম্বৰ্ধনা জনোৱা হয়।

১৯৭৩ চনত ৰঙায়াত শ্ৰীগিৰিধৰ শৰ্মাৰ সভাপতিত্বত বহা চত্বাৰিংশ মুকলি অধিৱেশনত সাহিত্য একাডেমীৰ পুৰস্কাৰ পোৱাৰ বাবে চৈয়দ আব্দুল মালিকক ওলগ জনোৱা হয়।

১৯৭৪ চনত মংগলদৈত ডঃ মহেশ্বৰ নেওগৰ সভাপতিত্বত বহা এক-চত্বাৰিংশ মুকলি অধিৱেশনত এইসকল বিশিষ্ট সাহিতিকক সম্বৰ্ধনা জনোৱা হয়।

লক্ষ্মীনাথ ফুকন, শ্ৰীৰামচন্দ্ৰ দাস, তপেশ্বৰ শৰ্মা, দীনেশ্বৰ শৰ্মা।

১৯৭৫ চনত তিতাবৰত ডঃ সত্যেন্দ্ৰনাথ শৰ্মাৰ সভাপতিত্বত বহা দ্বিচত্বাৰিংশ মুকলি অধিৱেশনত এইসকল বিশিষ্ট সাহিত্যকক সম্বৰ্ধনা জনোৱা হয়—

হৰিপ্ৰসাদ ৰায়, নৰকান্ত বৰুৱা, সীতানাথ ব্ৰহ্ম চৌধুৰী, দণ্ডিধৰ ফাটোৱালী, দীননাথ শৰ্মা, গোবিন্দচন্দ্ৰ পৈৰা, সুৰেন্দ্ৰনাথ শইকীয়া তৰুণচন্দ্ৰ পামেগাম, অতুলচন্দ্ৰ বৰুৱা, ৰাজেন ৰাভা, লংকাম তেৰণ, ৰিপু নাথ বুঢ়াগোঁহাই, মণি ৰাভা।

১৯৭৬ চনত টিহুত শ্ৰীযজ্ঞেশ্বৰ শৰ্মাৰ সভাপতিত্বত বহা ত্ৰয়চত্বাৰিংশ মুকলি অধিৱেশনত স্বভাৱ কবি কালিদাস থাটনিয়াৰক সম্বৰ্ধনা জনোৱা হয়।

১৯৭৬ চনত চন্দ্ৰকান্ত সন্দিকৈ ভৱনত এক বিশেষ সভাৰ আয়োজন কৰি ৯৭ বছৰীয়া ককা বাগ্মীবৰ ড' নীলমণি ফুকনক সম্বৰ্দ্ধনা জনোৱা হয়।

—ডিম্বেশ্বৰ শৰ্মা

# সংহতিৰ ক্ষেত্ৰত অসম সাহিত্য সভাৰ ভূমিকা

ভাৰতৰ ভিতৰতে অন্যতম বৃহত্তম অনুষ্ঠান অসম সাহিত্য সভা অসমীয়া জাতি তথা অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিৰ প্ৰতি অনুৰাগী সকলো লোকৰেই এটা উমৈহতীয়া অনুষ্ঠান। ১৯১৭ চনত স্থাপিত এই অনুষ্ঠানটোৱে "দলগত, ৰাজনৈতিক আৰু সাম্প্ৰদায়িক" চিন্তাধাৰাৰ উৰ্ধত থাকি আজি ষাঠি বছৰে 'অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিৰ সৰ্বাংগীন উন্নতিৰ কাৰণে যত্ন কৰি আহিছে। যেতিয়াই অসম ৰাজ্য তথা অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতি কোনো বিপদৰ সন্মুখীন হৈছে তেতিয়াই এই অনুষ্ঠানটোৱে দিল্লীলৈ গৈ হ'লেও আত্মৰক্ষাৰ কাৰণে মাত মাতিছে—সমুখ সমৰত নেতৃত্ব দিছে। অসমৰ অস্তিত্ব ৰক্ষাৰ কাৰণে ১৯৫৫ চনত ৰাজ্য পুনৰ্গঠন আয়োগৰ আগত সাহিত্য সভাই সবল যুক্তি দাঙি ধৰিছিল যাৰ ফলত গোৱালপাৰা অসমৰ ভিতৰতেই ৰ'ল; কিন্তু দুখৰ বিষয় কোচবিহাৰ অসমলৈ ঘূৰি নাহিল। ১৯৬০ চনৰ ভাষা আন্দোলন আৰু ১৯৭২ চনৰ মাধ্যম আন্দোলনতো অসম সাহিত্য সভাই অসমীয়া ভাষাৰ মৰ্যাদা ৰক্ষাৰ কাৰণে সক্ৰিয় ভূমিকা লৈছিল। উল্লেখযোগ্য যে অসম সাহিত্য সভাই কোনো ক্ষেত্ৰতে হিংসাত্মক কাৰ্যক সমৰ্থন কৰা নাছিল আৰু নাই। ইয়াৰ উপৰি দেশৰ বৃহত্তৰ স্বাৰ্থত দেশৰ সংহতি আৰু আবেগিক ঐক্যৰ কাৰণেও অসম সাহিত্য সভাই বিশিষ্ট ভূমিকা লৈ আহিছে। এই প্ৰবন্ধত সেই ভূমিকা সম্পৰ্কে কিঞ্চিৎ আলোচনা কৰা হ'ল।

এইটো মন কৰিব লগীয়া যে অসমৰ এই মহান জাতীয় অনুষ্ঠানটোৰ



নাম 'অসম সাহিত্য সভা'হে 'অসমীয়া সাহিত্য সভা' নহয়। 'অসমীয়া সাহিত্য সভা' হোৱা হ'লে ই কেৱল অসমীয়া ভাষা-ভাষীৰহে অনুষ্ঠান হ'লহেঁতেন। কিন্তু 'অসম সাহিত্য সভা' হোৱাত এই অনুষ্ঠানটিক ভাল পোৱা অসমৰ সকলো শ্ৰেণীৰ লোক ইয়াৰ সভ্য হ'ব পাৰে; আনকি অসমৰ বাহিৰৰ লোকো ইয়াৰ সভ্য হোৱাত বাধা নাই! অসম সাহিত্য সভাৰ দুৱাৰ সকলোৰে কাৰণে মুকলি। গতিকে যি কোনো লোকে এই অনুষ্ঠানটোৰ সভ্য হৈ বৃহৎ অসমীয়া জাতিৰো ভাষা, সাহিত্য আৰু সংস্কৃতিৰ ক্ষেত্ৰত বৰঙনি যোগাব পাৰে। যিসকল পূৰ্বসূৰীয়ে অনুষ্ঠানটোৰ নাম 'অসম সাহিত্য সভা' থৈছিল, তেওঁলোকৰ দুৰদৃষ্টি নিশ্চয় শলাগিব লগীয়া। এই প্ৰসংগত অসম সাহিত্য সভাৰ নিয়মাৱলীৰ কথাও উল্লেখ কৰিব পাৰি। সভাৰ সভ্য ভৰ্তি সম্পৰ্কে ৭ম নিয়মত আছে— "অসমীয়া ভাষা আৰু অসমীয়া সাহিত্য-সংস্কৃতিৰ অনুৰাগী অন্যূন ওঠৰ বছৰৰ লোক ইয়াৰ সভ্য হ'ব পাৰিব।" অসম সাহিত্য সভাৰ স্বীকৃত সভা সম্পৰ্কে ৩৫ নং নিয়মত আছে—"যি কোনো সংস্কৃতিমূলক সভাই অসম সাহিত্য সভাৰ উদ্দেশ্য আৰু নিয়মাৱলী মানি চলাৰ প্ৰতিশ্ৰুতি দি অসম সাহিত্য সভাৰ অন্তৰ্ভুক্ত হ'বলৈ আবেদন কৰিলে তেনে সভাক অসম সাহিত্য সভাৰ কাৰ্য-নিৰ্বাহক সমিতিয়ে স্বীকৃত সভা হিচাপে অন্তৰ্ভুক্ত কৰিব পাৰিব।"—নিয়মাৱলীৰ উক্ত দুয়োটা নিয়মৰপৰা এই কথা স্পষ্ট যে অসম সাহিত্য সভাই অনুষ্ঠানটিৰ নিয়ম মানি চলা যিকোনো ভাষা-ভাষীক, ধৰ্মাৱলম্বী লোকক বা তেনেলোকৰ সাংস্কৃতিমূলক সভাক সাদৰি লয়। উল্লেখযোগ্য যে সভাৰ এই উদাৰ নিয়মৰ কাৰণেই ইতিমধ্যে ভালেমান অন-অসমীয়া লোকো অসম সাহিত্য সভাৰ সাধাৰণ সভ্য আৰু আজীৱন সভ্য হৈছে আৰু আমাৰ সংহতি আৰু সম্প্ৰীতিৰ ক্ষেত্ৰত সহায় কৰিছে।

ভাৰতৰ উত্তৰ-পূৰ প্ৰান্তত অৱস্থিত অসম ৰাজ্যখন পৰ্বত আৰু ভৈয়ামত বাস কৰা নানা ধৰ্মাৱলম্বী লোক আৰু নানা ভাষা-ভাষীৰ

মিলন ক্ষেত্ৰ। অসমৰ দাঁতিকাষৰত নিজ নিজ ভাষা সংস্কৃতিলৈ ভালেমান জাতি-প্ৰজাতি বসবাস কৰি আছে। ভাৰতৰ পূব প্ৰান্তৰ প্ৰধান ভাষা বা অসম ৰাজ্যৰ ৰাজ্যভাষা বুলি অসমীয়া ভাষা এওঁলোকৰ অধিকাংশ লোকেই বুজি পায় আৰু আৱশ্যকমতে অসমীয়া ব্যৱহাৰো কৰে। বহুতে অসমীয়া ভাষাকে শিক্ষাৰ মাধ্যম হিচাপে গ্ৰহণ কৰিছে। আৱহমান কালৰেপৰা অসমীয়া ভাষা-ভাষীৰ আৰু এইসকল লোকৰ মাজত নানা প্ৰকাৰে যোগসূত্ৰ আৰু সংহতি স্থাপিত হৈ আহিছে। এই জাতি-প্ৰজাতিসকলৰ মাজত সংহতিৰ বান্ধোন আৰু দৃঢ় কৰিবলৈ হ'লে পৰস্পৰে পৰস্পৰক জানিব লাগিব, পৰস্পৰৰ কৃষ্টি, সংস্কৃতি, সাহিত্যক শ্ৰদ্ধা কৰিব লাগিব। এই কথালৈ লক্ষ্য ৰাখি অসম সাহিত্য সভাই ১৯৬২ চনতে 'অসমৰ জনজাতি' আৰু 'অসমৰ জনজাতীয় সাধু' নামে দুখনি বৃহৎ আকাৰৰ গ্ৰন্থ প্ৰকাশ কৰে। প্ৰথমখনত অসমৰ উপৰি বৰ্তমান অৰুণাচল আদিৰ কেইবাটাও জনজাতিৰ সমাজ-সংস্কৃতিৰ বিষয়ে আলোচনা কৰা হৈছে। সেইদৰে দ্বিতীয় খনত অৰুণাচল, মেঘালয় আৰু মিজোৰামত বসবাস কৰা বিভিন্ন জনজাতিৰ উপৰিও অসমৰ মিছিং, দেউৰী, কাৰ্বি, ৰাভা, সোনোৱাল, কছাৰী আদি জনগোষ্ঠীৰ সৰ্বমুঠ ১৩৭টা সাধু সন্নিৱিষ্ট কৰা হৈছে।

অসম সাহিত্য সভাই কেৱল এই দুখন কিতাপ উলিয়ায়ে এৰা নাই' অসম আৰু ইয়াৰ দাতি-কাষৰীয়া অঞ্চলত বাস কৰা প্ৰতিটো জনজাতিৰ সমাজ-সংস্কৃতি বিষয়ক একোখনিকৈ গ্ৰন্থ আৰু সিসকলৰ মাজত প্ৰচলিত সাধুকথাবোৰ উদ্ধাৰ কৰি সহজ-সৰল অসমীয়াত লিখাই একোখনকৈ পুথি পৰ্যায়ক্ৰ.ম উলিয়াবলৈ আঁচনি গ্ৰহণ কৰে। এতিয়ালৈকে প্ৰকাশ পোৱা এই শ্ৰেণীৰ গ্ৰন্থবোৰ হ'ল, 'চাহ-বাগিছাৰ বনুৱা(১৯৬০), 'উদয়াচলৰ সাধু' (১৯৬০), 'মিকিৰ জনজাতি ( কাৰ্বি জনগোষ্ঠি সম্পৰ্কে লিখা, ১৯৬১), 'অসমৰ জনজাতি' (১৯৬২), 'সেউজীয়া পাতৰ মাজে মাজে' (১৯৬৭', চাহ বনুৱাৰ লোকগীতি, ) 'চাহ বাগিছাৰ অসমীয়া' (১৯৬৭),



'ৰাভা জনজাতি (১৯৭৪), 'কৰম পূজা আৰু ঝুমুৰ গীত ( ১৯৭৪), কাৰ্বি জনগোষ্ঠি ( পূৰ্বৰ 'মিকিৰ জনজাতিৰ নতুন সংস্কৰণ, ১৯৭৪), 'গাৰো সংস্কৃতিৰ ৰূপৰেখা' (১৯৭৪), 'দেউৰী চুটীয়া' (১৯৭৪). 'দিমাছা জনগোষ্ঠী' ১৯৭৪)' মপিন উছৱ' (১৯৭৪) 'বনুৱাৰ সাংস্কৃতিক জীৱনত এভুমুকি (১৯৭৪), 'টিৱা সম্প্ৰদায়ৰ পৰিচয়' (১৯৭৫), আৰু 'স্নেহৰ অৰুণাচল' (১৯৭৬)।

অসমৰ জনজাতীয় সাধুৰ উপৰি অসম আৰু অৰুণাচলৰ কেইটিমান জনগোষ্ঠীৰ মাজত প্ৰচলিত সাধু সংগ্ৰহ কৰাই এইকেইখন পুথি ১৯৭৬-৭৭ চনত প্ৰকাশ কৰা হৈছে: 'কামেং সীমান্তৰ সাধু', 'কাৰ্বি সাধু', 'মিছিং সাধু,' 'দেউৰী সাধু,' 'বড়ো সাধু,' 'ৰাভা সাধু' আৰু নেপালী-লোকৰ মাজত প্ৰচলিত সাধুৰ সংকলন 'নৱমী'।

অসমীয়া ভাষা যাতে আন অসমীয়া লোকে সহজে আয়ত্ত কৰিবৰ পাৰে তাৰ কাৰণে সভাই ইংৰাজী গ্ৰন্থ **'Assamese for All or Assamese Self-taught** (১৯৬৩) আৰ ইয়াৰ হিন্দী, গাৰো আৰু খাচি অনুবাদ-ক্ৰমে 'আপ কী অসমীয়া,' আতাংগাৰী অসমীয়াকো স্কিআনি আৰু 'অসমীয়া লা বাৰো লানে অসমীয়া হিকাই ছি' প্ৰকাশ কৰে। সেইদৰে আওনগা ভাষা শিকাৰ কাৰণে সভাই 'মীলাচল পাঠ' (১৯৫৮), কাৰ্বি ভাষাৰ কাৰণে 'মিকিৰ ভাষা শিক্ষা' (১৯৬৭), টাই ভাষাৰ কাৰণে 'টাই ভাষা' (১৯৭৪) আৰু 'বিষ্ণুপ্ৰিয়া মণিপুৰী' ভাষাৰ কাৰণে 'বিষ্ণুপ্ৰিয়া মণিপুৰী' (১৯৭৪) প্ৰকাশ কৰি উলিয়াইছে।

ভাৰত চৰকাৰৰ তত্ত্বাৱধানত এসময়ৰ 'নেফাত' কেনে ধৰণৰ শিক্ষা চলিছিল সেই তথ্য দাঙি ধৰা হৈছে সভাৰ 'সীমান্তৰ শিক্ষা সাংস্কৃতিক নীতি' (১৯৬২) আৰু **'Outlo.k on NEFA'** গ্ৰন্থত।

অসম যেনেকৈ বিভিন্ন জাতি-প্ৰজাতিৰ বাসস্থান তেনেকৈ বিভিন্ন ধৰ্মাৱলম্বী লোকৰো জন্মভূমি। অসম সাহিত্য সভাই বিভিন্ন ধৰ্মীয় লোকৰ

মাজত প্ৰচলিত সাধুকথা, কাহীনী, আখ্যান আদি প্ৰকাশ কৰি সৰ্বসাধাৰণে জনাৰ কাৰণে ১৯৭৬-৭৭ ছনত এখন আঁচনি গ্ৰহণ কৰে। এনে আঁচনিৰ যোগেদি বৰ্তমানলৈ প্ৰকাশ পোৱা পুথি কেই-খন হ'ল 'ৰহিম-ৰূপবানৰ সাধু,' 'শিখধৰ্মীয় সাধু' আৰু 'বৌদ্ধ জাতকৰ সাধু'।

১৯৬২ ছনত চীনৰ আক্ৰমণৰ সময়ত জাতীয় প্ৰেমেৰে দেশবাসীক উদ্বুদ্ধ কৰা আৰু লগতে তেওঁলোকৰ মাজত সংহতি আৰু সম্প্ৰীতি ভাৱ স্থাপন কৰাটো একান্ত প্ৰয়োজন হৈ উঠিছিল। এনে প্ৰয়োজনীয়তালৈ লক্ষ কৰি সভাই সেই ছনতে কেইখনমান জাতীয় প্ৰেমমূলক কবিতাৰ পুথি সংগ্ৰহ আৰু প্ৰকাশ কৰে। পুথি কেইখন হ'ল—'ৰণ-নিনাদ,' 'ৰণ-ঝংকাৰ' আৰু 'অশান্ত হিমালয় সীমান্তৰ আহ্বান।

বিভিন্ন শ্ৰেণীৰ গ্ৰন্থ প্ৰকাশৰ উপৰি সভাই সাংস্কৃতিক আৰু সম্প্ৰীতিমূলক ভ্ৰমণৰ যোগেদিও অসমৰ লগত ইয়াৰ দাঁতি-কাষৰীয়া ৰাজ্যৰ সংহতি স্থাপনৰ প্ৰচেষ্টা চলাই আহিছে। এনে কেইটিমান ভ্ৰমণ উল্লেখনীয়: ১৯৬০ ছনত ডঃ মহেশ্বৰ নেওগৰ নেতৃত্বত অসম সাহিত্য সভাৰ এটি চাৰিজনীয়া দল অৰুণাচলৰ টিৰাপ সীমান্তলৈ গৈ তাৰ নক্তে আৰু ৱাংচো অঞ্চলৰ ভালেমান স্থানীয় লোকক লগ ধৰি অসমীয়া ৰাইজ তথা অসম সাহিত্য সভাৰ প্ৰীতি-শুভেচ্ছা জ্ঞাপন কৰে। ১৯৬১ ছনত সভাৰ দুটা শুভেচ্ছা জ্ঞাপক দলে অৰুণাচলৰ লোহিত আৰু চিয়াং সীমান্তৰ বিভিন্ন অঞ্চলত সম্প্ৰীতিবৰ্ধক ভ্ৰমণ কৰে। সম্প্ৰীতিৰ উদ্দেশ্যেৰে সভাই আন কেইটামান দল কাছাৰ, উত্তৰ কাছাৰ, কাৰ্বি আংলং জিলা, মিজোৰাম আৰু গাৰো পাহাৰলৈ পঠিয়াইছিল। এবাৰ শিলচৰত সভাৰ কাৰ্যপালিকাও বহিছিল। ১৯৭৩ ছনত তেতিয়াৰ সভাপতি গিৰিধৰ শৰ্মা কাছাৰ আৰু অৰুণাচলৰ বিভিন্ন অঞ্চল ভ্ৰমণ কৰি সভাৰ প্ৰীতিৰ-শুভেচ্ছা জ্ঞাপন কৰে।



বাগ্মীবৰ নীলমণি ফুকন, বেণুধৰ শৰ্মা, তীৰ্থনাথ শৰ্মা প্ৰমুখ্যে সভাৰ কেইবাগৰাকী প্ৰাক্তন সভাপতি আৰু আন ভালেমান সদস্য বিভিন্ন প্ৰসংগত অৰুণাচল, নগাভূমি, কাছাৰ আদি ঠাইলৈ গৈছে আৰু সম্প্ৰীতিৰ ভাৱ বিনিময় কৰিছে। ১৯৭৬-৭৭ ছনত পোন প্ৰথম বাৰৰ বাবে অসমৰ বাহিৰত কাৰ্য-নিবাহক সমিতিৰ বৈঠক বহে। ১৯৭৬ ছনৰ ৫ আৰু ৬ জুনত ডিমাপুৰত বহা সেই বৈঠকৰ উপৰি ৬ জুনৰ আবেলি ডিমাপুৰ নামঘৰত নগালেণ্ডৰ উন্নয়ন বিভাগৰ আযুক্ত শ্ৰীশশীমেৰণ আয়াৰৰ সভাপতিত্বত এখন বিৰাট ৰাজহুৱা সভা অনুষ্ঠিত হয়। সেই সভাত নগাভূমিৰ ৰাইজে সভাৰ কাৰ্য-পালিকাৰ সদস্য-সকলক সম্বৰ্ধনা জনায়। ৰাজনৈতিক কাৰণত নগাভূমি আজি বেলেগ হ'লেও সাংস্কৃতিক দিশত অসমীয়া আৰু নগালোকৰ মাজত আবহমান কালৰেপৰা যে ঘনিষ্ঠ সম্বন্ধ আছে আৰু ভৱিষ্যতলৈকো যে থাকিব এই কথাটোৱে বিভিন্ন বক্তাৰ ভাষণত প্ৰকাশ পাইছিল। প্ৰীতি শুভেচ্ছাৰে চিনস্বৰূপে নগাভূমিৰ কেইবাগৰাকী বিশিষ্ট লোকক সভাত উপহাৰ প্ৰদান কৰা হৈছিল আৰু সভাৰ সদস্যসকলে স্থানীয় লোকৰ সাদৰ নিমন্ত্ৰণ গ্ৰহণ কৰিছিল। ৭ জুনৰ দিনা সম্প্ৰীতি স্থাপনৰ উদ্দেশ্যেই কাৰ্য-পালিকাৰ কেইজনমান সদস্য কহিমালৈ গৈ কহিমা সাহিত্য সভাৰ সদস্যবৰ্গ আৰু কেইবাজনো নেতৃস্থানীয় নগালোকক লগ ধৰি সভা তথা অসমবাসীৰ মৰম-চেনেহৰ কঢ়িয়াই জনোৱা হৈছিল। এনেদৰে ১৯৭৭ ছনৰ জানুৱাৰী মাহত সভাৰ এটি সজাতি দল অৰুণাচল আৰু আন এটি দল কাছাৰ জিলাৰ বিভিন্ন অঞ্চল ভ্ৰমণ কৰি স্থানীয় ৰাইজৰ মাজত সম্প্ৰীতি-সন্দেশ বিনিময় কৰে।

সম্প্ৰীতি-বিনিময় তথা সংহতি স্থাপনৰ উদ্দেশ্যে সভাই যেনেদৰে অৰুণাঞ্চল, নগালেণ্ড আদি ঠাইলৈ গৈছে, তেনেদৰে সেইবোৰ অঞ্চলৰ লোককো অসমলৈ বিশেষকৈ অসম সাহিত্য সভাৰ বাৰ্ষিক সম্মিলন-

ৰোৱলৈকো নিমন্ত্ৰণ জনাইছে আৰু সেই নিমন্ত্ৰণ সাদৰে ৰক্ষা কৰা হৈছে। উদাহৰণস্বৰূপে ১৯৬৫ চনত নলবাৰীত বহা সভাৰ বাৰ্ষিক সন্মিলনত আদি সম্প্ৰদায়ৰ অসমীয়া লেখক লুম্বেৰ দায়ে ভাষণ দিছিল আৰু সেই ভাষণত অসম অৰুণাচলৰ সম্প্ৰীতিৰ প্ৰয়োজনীয়তাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। ১৯৬৬ চনত লক্ষীমপুৰত বহা সন্মিলনত টিৰাপৰ ৰাংসাই ৰাজকুমাৰ, বাঘমৰা সত্ৰৰ টেথিগেলি বৰমেধি আৰু আন কেইবাজনো সদস্যই যোগ দিছিল। ১৯৬৬-৬৭ চনত ডিব্ৰুগড় সন্মিলনত অৰুণাচলৰ ভালেমান দৰ্শক-প্ৰতিনিধি আৰু শিল্পীক নিমন্ত্ৰণ কৰি অনা হৈছিল। সিসকলৰ ভিতৰত চৌপাক গোঁহাই, লুম্বেৰ দাই, ৰাংফা লোৱাং আৰু গোবা পাতিলে মুকলি সভাত ভাষণ দিছিল।

অসম সাহিত্য সভাই কেৱল অসমৰ লোকতে সীমাবদ্ধ নাৰাখি ভাৰতৰ বিভিন্ন প্ৰান্তৰ চিন্তাবিদ, পণ্ডিত, সাহিত্যিক সকলোকো মুকলি অধিৱেশনলৈ উদ্বোধক, মুখ্য অতিথি, বিশিষ্ট অতিথি বা বক্তা হিচাপে বিভিন্ন সময়ত নিমন্ত্ৰণ কৰি আনিছে। ইয়াৰ ফলত সেই বিশিষ্ট লোকসকলৰ লগত সাহিত্য সভাৰ অনুৰাগীসকলৰ পৰিচয় হোৱাৰ লগতে পৰস্পৰৰ মাজত ভাৱৰ আদান-প্ৰদান হোৱাতো সুবিধা হৈছে। অসম সাহিত্য সভাৰ ইতিহাসলৈ মন কৰিলে দেখা যায় যে ১৯২৬ চন মানৰপৰাই অসমৰ বাহিৰৰপৰা পণ্ডিত সাহিত্যিকসকলক নিমন্ত্ৰণ জনাই আহিছে। ১৯২৬ চনত ধুবুৰীত বহা সভাৰ বুৰঞ্জী শাখাৰ সন্মিলনত কোচবিহাৰৰ বিখ্যাত ঐতিহাসিক পণ্ডিত খান আমানৎ উল্লাহ আহমেদ চৌধুৰীয়ে এটি মূল্যবান প্ৰবন্ধ পাঠ কৰিছিল। ১৯২৯ চনত যোৰহাট অধিৱেশনত আলিগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য ড° জিয়াউদ্দিন আহমেদে এটি পাণ্ডিত্যপূৰ্ণ ভাষণ দিছিল। ১৯৪০ চনত যোৰহাট সন্মিলনত মণিপুৰৰ মহাৰাজ চূড়াচাঁদ সিঙে যোগ দি অসম মণিপুৰৰ সম্প্ৰীতিৰ নিদৰ্শন দাঙি ধৰিছিল। ১৯৫৩ চনত ছিলং অধিৱেশনৰ মুখ্য অতিথি কাকা চাহেব কালেলকাৰ, প্ৰদৰ্শনীখ দ্বাৰ উদ্বোধক ৰাজ্যপাল জয় ৰামদাস দৌলতৰাম আৰু বিজ্ঞান



শাখাৰ সভাপতি আছিল ছিলঙৰ বেভাৰেণ্ড পিউ। ১৯৫৫ চনত গুৱাহাটী অধিৱেশনৰ মুখ্য অতিথি আছিল সাহিত্য অকাডেমীৰ প্ৰভাকৰ মাছুৱে। ১৯৬৩ চনত ডিগবৈ অধিৱেশনৰ লগতে উপন্যাস সাহিত্য সম্পৰ্কে পতা আলোচনা চক্ৰৰ মুখ্য বক্তাৰূপে ভাষণ দিছিল। প্ৰথিতযশা কথাশিল্পী পণ্ডিত ডক্টৰ মুলুকৰাজ আনন্দই। এই অধিৱেশনৰ লগতে আয়োজিত সংগীত সন্মিলনত বিশ্বভাৰতীৰ ( শান্তি নিকেতন ) অধ্যাপক সংগীতজ্ঞ শান্তিদেৱ ঘোষে পৌৰোহিত্য কৰিছিল। বিদেশীলোক হৈও 'আসাম অয়ল কোম্পানী'ৰ জেনেৰেল মেনেজাৰ এ, চি. গোৱালে ডিগবৈ অধিৱেশন কৃতকাৰ্য কৰি তোলাৰ কাৰণে সক্ৰিয় অংশ গ্ৰহণ কৰাটোও এটি উল্লেখযোগ্য কথা। ১৯৬৩ চনত সাহিত্য সভাৰ গুৱাহাটীস্থ ভগৱতীপ্ৰসাদ বৰুৱা ভৱনৰ আধাৰ-শিলা স্থাপন কৰে তেতিয়াৰ ৰাজ্যপাল বিষ্ণু সহায় ডাঙৰীয়াই আৰু ১৯৬৫ চনত সৰ্বভাৰতীয় প্ৰাচ্যবিদ্যা সন্মিলনৰ সভাপতি ডঃ বাসুদেৱ শৰণ অগ্ৰৱালে এই ভৱনৰ দ্বাৰা উদ্‌ঘাটন কৰে। এই চনতে বহা নলবাৰী অধিৱেশনৰ মুকলি সভা উদ্বোধন কৰিছিল উৰিষ্যাৰ ৰাজনীতিবিদ-পণ্ডিত ডক্টৰ হৰেকৃষ্ণ মহতাবে। অধিৱেশনত ব্যাপ্তিষ্ট মিছনৰ জৰ্জ জিলেস্পীয়েও সুন্দৰ অসমীয়াত ভাষণ দিছিল।

১৯৬৮ চনত বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে যোৰহাটৰ সন্দিকৈ চন্দ্ৰকান্ত ভৱনত অস্থায়ীভাৱে খোলা ডাকঘৰৰপৰা পোন প্ৰথমে বেজবৰুৱাৰ ডাক টিকট ক্ৰয় কৰিছিল তেতিয়াৰ অসমৰ ৰাজ্যপাল ব্ৰজকুমাৰ নেহৰু ডাঙৰীয়াই। শতবাৰ্ষিকী উৎসৱ উদ্‌যাপিত হৈছিল অসমৰ বিভিন্ন ঠাইৰ উপৰিও কলিকতা ( ইয়াত আয়োজিত সভাৰ সভাপতি আছিল ড° সুনীতি কুমাৰ চট্টোপাধ্যায়, ) সম্বলপুৰ ( ইয়াত বেজবৰুৱাৰ স্মৃতি সভা আহ্বান কৰিছিল স্থানীয় কোশল সাহিত্য সমাজে, ) আৰু দিল্লী মহানগৰীত ( ইয়াৰ সভাত সভাপতি আছিল কাকা চাহেব কালেলকাৰ আৰু মুখ্য অতিথিৰূপে ভাষণ দিছিল ৰাষ্ট্ৰপতি জাকিৰ হুছেইনে, ) যোৰহাট,

গুৱাহাটী আদি ঠাইত অনুষ্ঠিত বেজবৰুৱাৰ স্মৃতি সভাত বংগদেশৰ বিখ্যাত লৌক অন্নদাশংকৰ ৰায়ে যোগদান কৰিছিল।

১৯৬৯ চনত বৰপেটা অধিৱেশনত উদ্বোধক আছিল ৰাজ্যপাল ব্রজকুমাৰ নেহৰু আৰু বিশিষ্ট অতিথিৰূপে যোগ দিছিল উৎকল সাহিত্য সমাজৰ সভাপতি শ্রদ্ধাকৰ সুবাকাৰ ডাঙৰীয়াই। ১৯৭৪ চনত মংগলদৈ অধিৱেশনৰ মুখ্য অতিথি আছিল উৰিষ্যাৰ বিখ্যাত লেখক কালিন্দীচৰণ পাণিগ্রাহী। ১৯৭৫ চনত পাঞ্জাবী বিশ্ববিদ্যালয়ৰ উপাচার্য ড' কৃপাল শিং নাৰাঙে তিতাবৰ অধিৱেশন উদ্বোধন কৰিছিল। ১৯৭৬ চনত টিহু অধিৱেশন ভাৰতৰ মহামান্য ৰাষ্ট্রপতি ফখৰুদ্দিন আলি আহমদ ডাঙৰীয়াই উদ্বোধন কৰাটোও অসম সাহিত্য সভাৰ বুৰঞ্জীত এটি স্মৰণীয় ঘটনা। এই অধিৱেশনৰ মুখ্য অতিথি আছিল প্রখ্যাত বঙালী কবি সুভাষ মুখোপাধ্যায়। ১৯৭৭ চনত অভয়াপুৰী অধিৱেশনৰ দ্বিতীয় মুকলি অধিৱেশন উদ্বোধন কৰে অৰুণাচলৰ মুখ্যমন্ত্রী প্রেমখান্দু খুংগনে। এই অধিৱেশনৰ বিশিষ্ট অতিথি আছিল বংগদেশৰ বিখ্যাত কথা সাহিত্যিক সুনীল গংগোপাধ্যায়। এই লোকসকলৰ যোগদানত অসম সাহিত্য সভা তথা অসমীয়া ৰাইজ আনন্দিত আৰু গৌৰৱান্বিত তেনেকৈ এই লোকসকলেও নিশ্চয় সাহিত্য সভা তথা অসমীয়া ৰাইজৰ মৰম-চেনেহৰ বাতৰি নিজ নিজ ঠাইলৈ কঢ়িয়াই নিছে।

অসম সাহিত্য সভাই সময়ে সময়ে অসম আৰু বাহিৰৰ শিল্পী-সাহিত্যিক সকলক সম্বর্ধনা জনাই আহিছে। এনে সম্বর্ধনাই শিল্পী সাহিত্যিক সকলক অনুপ্রেৰণা জগোৱাৰ লগতে প্রীতি বান্ধনো কটকটীয়া কৰি তোলাত সহায় কৰিছে। ওচৰ চুবুৰীয়া ৰাজ্যৰ উপৰিও সুদূৰ পাঞ্জাবৰ লগত অসমৰ সাংস্কৃতিক বিনিময় সম্পৰ্কে গুৰুত্ব আৰোপ কৰি তিতাবৰ অধিৱেশনৰ মুকলি সভা উদ্বোধন কাৰ ড' নাৰাঙে কৈছিল যে অসম



আৰু পঞ্জাবৰ মাজত সাংস্কৃতিক বিনিময়ৰ যথেষ্ট সুবিধা আছে। শ্রীশ্রীশংকৰদেৱে আৰু শ্রীগুৰু নানকৰ গৱেষণাৰ বিষয়ে ফেল'শ্বিপ প্রতিষ্ঠা কৰিব পাৰিলে এই বিষয়ত এটা ডাঙৰ কাম হ'ব বুলি তেওঁ মন্তব্য দিয়ে। এইখিনিতে উল্লেখ কৰিব পাৰি যে ইতিমধ্যে পঞ্জাব চৰকাৰৰ সৌজন্যত পাঞ্জাবী বিশ্ববিদ্যালয়ত শ্রীশংকৰদেৱ আসন খোলা হৈছে আৰু তাত ড' মহেশ্বৰ নেওগ অধ্যাপক হিচাপে যোগ দিয়াৰ কথা।

অসম সাহিত্য সভাৰ বাৰ্ষিক সন্মিলনৰ লগতে একাধিক সংগীত সন্মিলন বা সাংস্কৃতিক অনুষ্ঠানৰ আয়োজন কৰা হয়। এনে অনুষ্ঠানত অসম আৰু দাতি-কাষৰীয়া ৰাজ্যৰ বিভিন্ন জাতি-প্রজাতিৰ শিল্পী-সকলক আমন্ত্রণ জনোৱা হয়। এই শিল্পীসকলে স্বকীয় বৈশিষ্ট্যপূৰ্ণ গীত-মাত পৰিৱেশন কৰিব পাৰে। এই বিভিন্ন গোষ্ঠভুক্ত শিল্পী আৰু দৰ্শকৰ সাংস্কৃতিক মিলনেও দেশৰ সংহতিত সহায় কৰিছে।

অসম সাহিত্য সভাৰ অধিৱেশনবোৰৰ অন্যতম প্রধান আকর্ষণ হ'ল প্রদর্শনী। প্রদর্শনীত চৰকাৰী-বে-চৰকাৰী বিভিন্ন অনুষ্ঠান-প্রতিষ্ঠানে তৈয়াৰ কৰা বা মজুত ৰখা সামগ্রীবোৰ প্রদর্শন কৰা হয়। প্রদর্শনীৰ-পৰা কোনো আৰ্থিকভাৱে আৰু কোনো মানসিকভাৱে লাভৱান হয়; কিন্তু সম্প্রীতি-মিলনৰ ক্ষেত্রত সকলোৱে সামগ্রিকভাৱে লাভৱান হয়।

অসমৰ থলুৱা জনজাতিসকলৰ নিজা নিজা ভাষা আছে যদিও প্রায়-বোৰৰে নিজা লিপি নাই। বহুতে অসমীয়া লিপিকেই নিজৰ ভাষাত ব্যৱহাৰ কৰিলেও কোনো কোনোৱে ৰোমান লিপিবো সমৰ্থন কৰে। ইয়াৰ ফলত জনজাতিসকলৰ মাজত এসময়ত লিপিৰ সমস্যাটোৱে মূৰ দাঙি উঠিছিল; কেতিয়াবা পৰস্পৰৰ মাজত ভুল বুজাবুজিয়েও দেখা দিছিল — যিটো দেশৰ বৃহত্তৰ স্বাৰ্থৰ কাৰণে ক্ষতিকৰ। অসম সাহিত্য সভাই এনে সমস্যা সমাধানৰ কাৰণে আৰু আমাৰ কাৰো মাজত যাতে

কোনো ধৰণৰ সন্দেহ বা ভুল বুজাবুজি নাথাকে আৰু সকলো ভাষাৰ প্ৰতিনিধিসকল সমবেত হৈ যাতে মুকলিমূৰীয়াকৈ সমস্যাবোৰৰ বিষয়ে আলোচনা কৰি এটি প্ৰীতিকৰ সিদ্ধান্তলৈ আহিব পাৰে সেই উদ্দেশ্যে দুখন লেখক-শিবিৰৰ আয়োজন কৰি তালৈ অসমৰ বিভিন্ন জনগোষ্ঠী আৰু অসমীয়া ভাষাৰ প্ৰতিনিধিসকলক নিমন্ত্ৰণ জনাইছিল। ১৯৭৩ চনৰ ২৬ ডিচেম্বৰৰ পৰা ১৯৭৪ চনৰ ১ জানুৱাৰীলৈ সাতদিন ধৰি গুৱাহাটীত অনুষ্ঠিত হোৱা লেখক-শিবিৰৰ আলোচনাৰ এটা প্ৰধান বিষয় আছিল "অসমৰ থলুৱা ভাষাৰ অৱস্থা আৰু সমস্যা"। এই শিতানত অসমৰ মিছিং, ৰাভা, কাৰবি, বড়ো, তিৱা আদি ভাষাৰ অৱস্থা আৰু সমস্যা সম্পৰ্কে খৰচি মাৰি আলোচনা কৰা হৈছিল। ১৯৭৪ চনৰ নৱেম্বৰৰ ৬ তাৰিখৰ পৰা ৯ .তাৰিখলৈ গুৱাহাটীত অসম সাহিত্য সভাই দ্বিতীয় লেখক-শিবিৰৰ আয়োজন কৰে। শিবিৰত "অসমৰ জনজাতীয় লোকৰ বাবে উপযোগী লিপি ৰোমান নে অসমীয়া' এই সম্পৰ্কে বহল আলোচনা চক্ৰত অসমীয়াৰ উপৰি বড়ো, মিছিং, কাৰবি, ৰাভা, ডিমাছা, টিৱা আদি অসমৰ বিভিন্ন জনজাতীয় ভাষাৰ প্ৰতিনিধিসকলে সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। এনে ধৰণৰ আলোচনা চক্ৰৰ যোগেদি অংশ গ্ৰহণকাৰীসকলৰ পৰস্পৰৰ সমস্যাবোৰ বুজাত যেনেকৈ সহায় কৰিছে, তেনেকৈ ই পৰস্পৰৰ মাজৰ প্ৰীতিভাৱ বৰ্ধনতো সহায়ক হৈছে। এইদৰে লেখক-শিবিৰৰ যোগেদিও পৰোক্ষভাৱে সভাই বিভিন্ন জনগোষ্ঠীৰ মাজত সংহতিৰ ভাব স্থাপন কৰিবলৈ যত্ন লৈছে।

এটা সুস্থ সবল জাতি জীয়াই থাকিবলৈ হ'লে সেই জাতিটোৰ যে সংহতি আৰু সম্প্ৰীতিৰ একান্ত প্ৰয়োজন এই কথা অসম সাহিত্য সভাৰ কেইবাজনো সভাপতিৰ অভিভাষণত ব্যক্ত কৰা হৈছে। উদাহৰণস্বৰূপে এগৰাকী সভাপতিৰ ভাষণৰ অলপ তুলি দিয়া হ'ল— "একেষাৰ কথাত, অসমৰ সংস্কৃতিৰ উন্নতিয়েই, সৰ্বভাৰতীয় সংহতিৰ উন্নতি। অসমখন ভাৰতৰ এটা প্ৰধান অংগ। এই অংগৰ হানি-



বিঘিনিয়ে ভাৰতৰো হানি-বিঘিনি কৰিব। গতিকে অসমৰ সংহতি অক্ষুণ্ণ ৰাখিবলৈ, আমাৰ সাহিত্য আৰু সংস্কৃতি সদায় সক্ৰিয় হৈ থাকিবই লাগিব। ...... সাহিত্য সভা আজি কেৱল এমুঠি সাহিত্যিকৰে নহয় অসমত থকা বিভিন্ন জাতি-উপজাতি সকলোৰে বাবেই ই মিলন ক্ষেত্ৰ স্বৰূপ হৈ পৰিছে। সাহিত্য আৰু সংস্কৃতিয়ে জাতীয় ঐক্য আৰু সংহতিৰ সৃষ্টিৰ ক্ষেত্ৰত বিশেষ বৰঙনি যোগায়। সামামুৰায়া আৰু বিবিধ আহুকলীয়া সমস্যাৰে জৰ্জৰিত এই ৰাজ্যখনৰ জাতীয় ঐক্য, সম্প্ৰীতি আৰু সংস্কৃতিৰ বান্ধোন অটুট ৰাখিবলৈ হ'লে আমি আমাৰ ভাষা আৰু সাহিত্য লুইতক পৰ্বতে ভৈয়ামে, দিহিঙে দিপাঙে বোৱাই লৈ যাবলৈ সক্ষম হ'ব লাগিব।"

( নকুলচন্দ্ৰ ভূঞা, ৩৪শ অধিৱেশনৰ সভাপতি )

অসম সাহিত্য সভাৰ অধিৱেশনবোৰ মেলামুখী হৈছে বুলি বহুতে অভিযোগ কৰা শুনা যায়। ইয়াৰ উত্তৰত এইটো ক'ব পাৰি যে মেলাৰো বিশেষ প্ৰয়োজন আছে। ইয়াৰ যোগেদি ৰাজ্যৰ বিভিন্ন অঞ্চলৰ মানুহ একগোট হোৱাৰ লগতে ভাবৰ আদান-প্ৰদান কৰাৰ সম্প্ৰীতি বিনিময় কৰাৰ ডাঙৰ সুবিধা ওলাইছে। বৈষ্ণৱ যুগত ভাওনাসমূহে ধৰ্ম প্ৰচাৰৰ উপৰিও লোক সংগ্ৰহৰ ক্ষেত্ৰটো বিশেষ অৰিহণা আগ বঢ়োৱাৰ দৰে অসম সাহিত্য সভাৰ অধিৱেশনবোৰেও সাহিত্য-সংস্কৃতি প্ৰচাৰৰ উপৰিও লোক-সংগ্ৰহতো বিপুলভাৱে সহায় কৰি আহিছে। সাহিত্য সভাৰ মেলা নৰনাৰায়ণৰ মেলা মহা মিলনৰ মেলা। সংহতি-সম্প্ৰীতি স্থাপনৰ ক্ষেত্ৰত' এই মেলাৰ অৱদানৰ তুলনা নাই আৰু এই অৱদান সুদূৰ প্ৰসাৰী। তাতেই মেলাৰ সাৰ্থকতা।

ড' হেমন্ত কুমাৰ শৰ্মা

## লেখক-শিৱিৰ

১৯৬৮ খ্ৰীষ্টাব্দত বহা তেজপুৰ অধিৱেশনত লেখক শিৱিৰৰ বিষয়ে চিন্তা কৰা হৈছিল যদিও যদিও সি গৃহীত নহ'ল। তাৰ পাছত ১৯৭০ খ্ৰীষ্টাব্দত ধিং অধিৱেশনতো লেখক শিৱিৰৰ প্ৰস্তাৱ লোৱা হৈছিল কিন্তু বিশেষ কাৰণবশতঃ কাৰ্যকৰী নহল। ১৯৭৩-৭৪ খ্ৰীঃ কাৰ্য-নিবাহক সমিতিৰ দ্বিতীয় বৈঠকত তেতিয়াৰ প্ৰধান সম্পাদকে লেখক শিৱিৰৰ প্ৰস্তাৱ দাঙি ধৰে আৰু সভাই গ্ৰহণ কৰে। সেই বছৰৰপৰা সাহিত্য সভাই প্ৰতি বছৰে লেখক শিৱিৰ অসমৰ বিভিন্ন স্থানত পাতি আহিছে।

### প্ৰথম লেখক শিৱিৰ,

খ্ৰীষ্টাব্দ ১৯৭৩ ৰ ডিচেম্বৰ মাহৰ ২৬ তাৰিখৰ পৰা খ্ৰীষ্টাব্দ ১৯৭৪ ৰ প্ৰথম দিনালৈকে গুৱাহাটীত অসমৰ প্ৰথম লেখক শিৱিৰ অনুষ্ঠিত হয়। এই শিৱিৰত যোৱা পঁচিছ বছৰত যথাক্ৰমে অসমীয়া কবিতাৰ ধাৰা, চুটি গল্পৰ ধাৰা, উপন্যাসৰ ধাৰা, নাটকৰ ধাৰা, সমালোচনা সাহিত্যৰ ধাৰা, আলোচনা হোৱাৰ উপৰিও অসমৰ থলুৱা ভাষাৰ অৱস্থা আৰু সমস্যাসমআলোচকৰ দায়িত্ব আৰু কৰ্তব্য আৰু সাহিত্য সৃষ্টি আৰু ৰাষ্ট্ৰীয় পৃষ্ঠপোষকতাৰ সম্পৰ্কে আলোচনা হৈছিল। শিৱিৰৰ সঞ্চালক আছিল ডক্তৰ মহেশ্বৰ নেওগ। ডক্তৰ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য, নলিনীধৰ ভট্টাচাৰ্য, হীৰেন দত্ত, মুনিন বৰকটকী, ডক্তৰ সত্যেন্দ্ৰনাথ শৰ্মা, ডক্তৰ শৈলেন ভৰালী, চন্দ্ৰপ্ৰসাদ শইকীয়া বিশ্বনাৰায়ণ শাস্ত্ৰীয়ে লিখিত ভাষণ পাঠ কৰে। প্ৰথম



লেখক শিৱিৰত সৰ্বমুঠ ৫০ গৰাকীৰো অধিক লেখক লেখিকাই অংশ গ্ৰহণ কৰিছিল। প্ৰথম লেখক শিৱিৰৰ উপলক্ষে শ্ৰীযতীন গোস্বামীৰ সম্পাদনাত এখন স্মৃতি গ্ৰন্থ প্ৰকাশ পাইছিল। লেখক সকলৰ বিভিন্ন চিন্তাধাৰা আৰু প্ৰবন্ধাদি ইতিমধ্যে 'আধুনিক অসমীয়া সাহিত্যৰ অভিলেখ' ( নগেন শইকীয়া সম্পাদিত ) নামৰ গ্ৰন্থত প্ৰকাশ পাইছে। অধ্যাপক অতুল চন্দ্ৰ হাজৰিকা অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল।

### দ্বিতীয় লেখক শিৱিৰ

১৯৭৪ ত বড়ো সাহিত্য সভাই বড়ো তথা অসমৰ অনান্য জন-জাতিৰ ভাষাৰ বাবে ৰোমক লিপি গ্ৰহণৰ বাবে এটি আন্দোলন চলাই। এই আন্দোলনৰ পৰিপ্ৰেক্ষিতত, অসম সাহিত্য সভায়ো গভাৰভাৱে উপলব্ধি কৰিলে যে, অসমৰ থলুৱা বাসিন্দাসকলৰ এই ৰোমক লিপি আন্দোলনৰ বা ৰোমক লিপি গ্ৰহণৰ সপ্ৰেম ভাৱ হঠাতে জাগিল কিয়? যদি সচাঁকৈয়ে এই লিপিয়ে আমাৰ থলুৱা ভাষাৰ উন্নতিত সৰ্বাংগীন মংগল হোৱা যেন অনুভৱ কৰে, তেন্তে তেখেত সকলৰ মনোভাৱ ব্যক্ত কৰাৰ সুবিধা দিব লাগে। সেয়েহে খ্ৰীষ্টাব্দ ১৯৭৪-৭৫ কাৰ্য-নিৰ্বাহকে দ্বিতীয় লেখক শিৱিৰৰ নিৰ্ধাৰিত বিষয় পৰিহাৰ কৰি লিপি সম্পৰ্কীয় আলোচনাৰে নৱেম্বৰৰ ৬ তাৰিখৰ পৰা ৯ তাৰিখলৈকে গুৱাহাটীতেই দ্বিতীয় 'লেখক শিৱিৰৰ' আয়োজন কৰে। এই শিৱিৰৰো সঞ্চালক আছিল ডক্টৰ মহেশ্বৰ নেওগ। ডক্টৰ মহেন্দ্ৰ বৰা, ডক্টৰ উপেন্দ্ৰনাথ গোস্বামী, শ্ৰীমেদিনী চৌধুৰী, ডক্টৰ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য ডক্টৰ গোলোক গোস্বামীয়ে বিভিন্ন প্ৰবন্ধ পাঠ কৰাৰ উপৰিও (শ্ৰী) ৰাজেন ৰাভা, নাহেন্দ্ৰ পাদুন, তৰুণ চন্দ্ৰ পামেগাম, ভৃগুমনি কাগয়ুং, থানেশ্বৰ বড়ো, ইন্দ্ৰেশ্বৰ পেগু, দণ্ডেশ্বৰ গগৈ, লীলা গগৈ, বিভীষণ পেগু, চামছিং হাঞ্চে, নিৰুপমা হাগজেৰ, গগন চন্দ্ৰ সোনোৱাল, বনাইৰাম সেনাপতি, ৰাম দাস বসুমতাৰী (বড়ো সাহিত্য সভাৰ সেই সময়ৰ



১৯৬৮ চনৰ ৫ অক্টোবৰত লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকী উৎসৱৰ লগত সংগতি ৰাখি যোৰহাটত চন্দ্ৰকান্ত সন্দিকৈ ভৱন প্ৰাংগণত স্থাপন কৰা লক্ষ্মীনাথ বেজবৰুৱাৰ ডাকঘৰ”

সভাপতি), লোকনাথ ভৰালী, প্ৰমোদ চন্দ্ৰ ব্ৰহ্ম, পদ্ম পাটৰ, টিকা ৰাম উপাধ্যায়, সতিশ চন্দ্ৰ মেচ, দধি মহন্ত, চৈয়দ আব্দুল মালিক কেশৱ চন্দ্ৰ ৰায়, ডক্টৰ প্ৰণয় জ্যোতি ডেকা, হিতেশ ডেকা, ডক্টৰ উপেন দাস, হলিৰাম বসুমতাৰী, যোগেশ্বৰ বৰা প্ৰভৃতিয়ে নিজা অভিমত প্ৰকাশ কৰিছিল। এই শিৱিৰত বিশিষ্ট অতিথি হিচাপে প্ৰাক্তন সভাপতি তীৰ্থনাথ শৰ্মা, হিতেশ্বৰ শইকীয়া, অতুল চন্দ্ৰ হাজৰিকা, উত্তমচন্দ্ৰ ব্ৰহ্ম, ৰনেন বসুমতাৰী উপস্থিত আছিল। শিৱিৰৰ প্ৰতিদিনৰ কাৰ্য বিৱৰণী যতীন গোস্বামী সম্পাদিত 'নতুন প্ৰৱাহ' বিশেষ সংখ্যাত প্ৰকাশ পাইছিল। 'অসমৰ লিপি সমস্যা (নগেন শইকীয়া সম্পাদিত) দ্বিতীয় লেখক শিৱিৰৰ পুথি প্ৰকাশ লগে লগে হয়।

## তৃতীয় লেখক-শিৱিৰ

খ্ৰীষ্টাব্দ ১৯৭৫ৰ ২৭ অৰু ২৬ ডিচেম্বৰত, যোৰহাটত তৃতীয় লেখক-শিৱিৰ অনুষ্ঠিত হয়। ডক্টৰ মহেশ্বৰ নেওগে শিৱিৰ উদ্বোধন কৰে আৰু উদ্বোধনী অনুষ্ঠানত সভাপতিত্ব কৰে ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মাই। শ্ৰীযতীন্দ্ৰনাথ গোস্বামী শিৱিৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল। 'অসমৰ পুৰাতত্ত্ব আৰু বুৰঞ্জী অধ্যয়ন, 'অসমীয়া সাহিত্য আৰু সাহিত্য সমালোচনা,' লেখক প্ৰকাশকৰ সমস্যা আৰু সম্পৰ্ক 'আৰু আধুনিক অসমীয়া সংগীতৰ ধাৰাজ্যোতি-সংগীত'— এই বিষয় সমূহেই আছিল তৃতীয় শিৱিৰৰ বিষয়। বিষয় সমূহত সঞ্চালক আছিল যথাক্ৰমে" ডক্টৰ প্ৰতাপ চন্দ্ৰ চৌধুৰী, চৈয়দ আব্দুল মালিক, বিপিন কুমাৰ বৰ গোহাঁই আৰু বীৰেন ফুকন। এই শিৱিৰৰ গ্ৰন্থ 'অধ্যয়ন চক্ৰ' (সম্পাদক নগেন শইকীয়া) ইতিমধ্যে প্ৰকাশ পাইছে।

## চতুৰ্থ লেখক শিৱিৰ

তেজপুৰত, চতুৰ্থ লেখক শিৱিৰ অনুষ্ঠিত হয় যোৱা খ্ৰীষ্টাব্দ ১৯৭৬ ৰ



ডিচেম্বৰৰ ২৪ আৰু ২৫ তাৰিখে। তেজপুৰ সাহিত্য সভাই আয়োজন কৰা এই শিৱিৰৰ বিষয় অছিল 'সাম্প্ৰতিক সাহিত্যত ৰুচি, আদৰ্শ আৰু সমাজৰ দায়িত্ব' আৰু 'অসমীয়া সংবাদ পত্ৰ : আলোচনীৰ সমস্যা আৰু মান'। এই আলোচনাৰ লগতে অসমীয়া আখৰ জোঁটনি সম্পৰ্কেও আলোচনা কৰা হৈছিল। তেজপুৰ লেখক-শিৱিৰৰ গ্ৰন্থ বৰ্তমান ছপাশালত। শ্ৰীগহনচন্দ্ৰ গোস্বামী অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল।

## পঞ্চম লেখক-শিৱিৰ

হীৰক-জয়ন্তী বৰ্ষত পঞ্চম লেখক-শিৱিৰ অনুষ্ঠিত হয় বুৰঞ্জী প্ৰসিদ্ধ আৰু অসম সাহিত্য সভাৰ প্ৰথম সম্মিলন বহা শিৱসাগৰ নগৰত। চলিত বছৰৰ অক্টোবৰ মাহৰ ২৪ আৰু ২৫ তাৰিখে ৰংপুৰ সাহিত্য সভাৰ সৌজন্যত, এই শিৱিৰ বহে। অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল ইমৰাণ শ্বাহ। ৰংপুৰ লেখক-শিৱিৰৰ বিষয় দুটা আছিল। প্ৰথমটো বিষয় আছিল 'অসমীয়া সাহিত্যৰ বুৰঞ্জী প্ৰনয়ণ : সমস্যা আৰু মান'। বিষয়ৰ সঞ্চালক আছিল ডক্টৰ মহেন্দ্ৰ বৰা। অধ্যক্ষ তীৰ্থ নাথ শৰ্মা, দ্বিতীয় বিষয় 'বৰ্তমান স্কুলীয়া পাঠ্য-পুথিৰ সমস্যা আৰু মান' শীৰ্ষক আলোচনাৰ সঞ্চালক আছিল। প্ৰথমবাৰৰ বাবে লেখক শিৱিৰ উদ্বোধন কৰে প্ৰথিত যশা পণ্ডিত আৰু গৱেষক কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰাক্তন ৰবীন্দ্ৰ অধ্যাপক ডক্টৰ আশুতোষ ভট্টাচাৰ্যই। ইয়ো নিশ্চয় গৌৰৱৰ কথা। এই উপলক্ষে নাহেন্দ্ৰ পাতুনৰ সম্পাদনাত প্ৰকাশ পোৱা স্মৃতি-গ্ৰন্থখনো উৎকৃষ্ট মানৰ হৈছিল।

লেখক শিৱিৰৰ প্ৰয়োজন কিয়? সভাৰ বাৰ্ষিক অধিৱেশন যেতিয়া হয়েই তেন্তে বছৰৰ ভিতৰত পুনৰ এনেকৈ এখন শিৱিৰৰ আৱশ্যকতা আছে নে? এনে ধৰণৰ প্ৰশ্ন আমাৰ উদয় হৈছে আৰু হয়তো হ'ব। প্ৰথম কথা হ'ল লেখক-শিৱিৰে আমাৰ সাহিত্যিক সকলক

ভিতৰলৈ স্বাগতম জনাই আনি সাহিত্য সভা আৰু লেখকসকলৰ মাজত নিবিড় সম্বন্ধ স্থাপন কৰা। বহুতৰ ধাৰণা আছে যে, সাহিত্য সভা প্ৰবীন সাহিত্যিকসকলৰ অনুষ্ঠান; ই বিশেষ পণ্ডিতৰ মাজত আবদ্ধ। এই ভাৱ আঁতৰ কৰি নবীন লেখকসকলক, সাহিত্য প্ৰেমীক সাহিত্য সভাৰ মহৎ কাৰ্যৰ লগত পৰিচয় ঘটোৱাই হ'ল লেখক শিবিৰৰ প্ৰধান উদ্দেশ্য। লেখক সকলৰ ব্যক্তিগত ভাবধাৰা খোলা খুলিভাবে ব্যক্ত কৰিবলৈ, সমস্যাসমূহৰ বিশ্লেষণ কৰি ৰূপায়ণ কৰাৰ বাবে লেখক-শিবিৰে সুবিধা দিছে আৰু দিব। হৈ যোৱা লেখক-শিবিৰসমূহে লেখকসকলৰপৰা, শ্ৰোতাসকলৰ পৰা যথেষ্ঠ সমাদৰ লাভ কৰিছে। আমাৰ দৃঢ় বিশ্বাস এই শিবিৰ আঁচনিয়ে অতি সোনকালেই পূব-ভাৰতীয় লেখক-শিবিৰত পৰিণত হব। ইয়াৰ বাবে সাহিত্য সভা সৰলক কৰক, ভাৰতীয় জাতীয় অনুষ্ঠানত পৰিণত কৰিবলৈ চেষ্টা কৰোঁহক আহক!



—অমল ৰাজখোৱা



*I see that the Asam Sahity Sabha was establshed in a historic year, the year the Great October revolution. This is an event which has effected the minds of men and the trends in literature in every parts of the world ; and Asam is no exception. Another formative influence on the writers of India is of Course Mahatma Gandhi and the non violent revolution effected by him I wish I had know Assamese to see these twin influence and reflection in the literature of Assam.*

K. P. S. Menon
Palat House
Kerela

যি কাৰ্য্যৰ নিমিত্তে অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ জন্ম হৈছিল সেই কাৰ্য্য অতি সন্তোষজনকভাৱে সিদ্ধি হৈ যোৱাৰ পিছত সেই সভা এতিয়া থাক নাই। কিন্তু তাৰ পৰিৱৰ্তে অসম সাহিত্য সভাই জন্ম ল'লে।

—কনকলাল বৰুৱা